"Samidhan Safurat Bharatiya Sambidhanar Zilingani :"
Glimpses of the constitution of India in objective type
In Assamese compiled by Sri P. K. Barman M. A. B. Sc.
LL. B. and Published by M/S BHATTACHARYYA
ACENCY, DIBRUGARH, Assam

প্ৰকাশক : শ্ৰীলোকেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
ভট্টাচাৰ্য্য এজেঞ্চী
ডিব্ৰুগড় অসম

প্ৰথম প্ৰকাশ: ১৯[illegible]

মূল্য : [illegible]২·০০ টকা

মুদ্ৰক : শ্ৰীশান্তনু ভট্টাচাৰ্য্য
ভট্টাচাৰ্য্য প্ৰেছ
ডিব্ৰুগড় অসম

## ।। আগকথা ।।

ভাৰত বিশ্বৰ বৃহত্তম গনতান্ত্ৰিক ৰাষ্ট্ৰ আৰু ভাৰতৰ সংবিধানখনো বিশ্বৰ দীৰ্ঘতম লিখিত সংবিধান। বিশ্বৰ উন্নত ৰাষ্ট্ৰ সমূহৰ দৰে ভাৰতৰ সংবিধানখনো প্ৰগতিশীল বিধি-বিধানেৰে পৰিপুষ্ট। তুলনামূলক সমীক্ষাৰ পৰা এই কথা কব পাৰি যে চুইজাৰলেণ্ড আমেৰিকা যুক্তৰাষ্ট্ৰ, বৃটেইন আদি ৰাষ্ট্ৰ সমূহৰ সংবিধানৰ পৰা, ভাৰতীয় সংবিধানৰ আৰ্হি কিছু পৰিমানে প্ৰস্তুত হৈছে। গণতান্ত্ৰিক ৰাষ্ট্ৰ-ব্যৱস্থাত ভাৰতীয় সংবিধানক এখন সুন্দৰ সংবিধান বুলি কলেও পক্ষপাত কৰা নহয়। ভাৰতীয় নাগৰিক হিচাবে আমি আমাৰ সংবিধান খনৰ সৈতে পৰিচয় হোৱাটো বাঞ্চনীয়। অৱশ্যে আমাৰ শিক্ষা-ব্যৱস্থাত ভাৰতীয় সংবিধানৰ পাঠদান গণশিক্ষাৰ স্তৰলৈ এতিয়াও অহা নাই। আনুষ্ঠানিক শিক্ষা-ব্যবস্থাত কেৱল মাত্ৰ ৰাজনীতি বিজ্ঞানৰ ছাত্ৰইহে ভাৰতীয় সংবিধানৰ সম্যক জ্ঞান আহৰণ কৰাৰ সুযোগ পায়। সেয়েহে সাধাৰণ পঢ়ুৱৈ আৰু বিশেষকৈ ছাত্ৰ-ছাত্ৰীয়ে আহৰণ কৰিব পৰা জ্ঞানৰ প্ৰতি লক্ষ্য ৰাখি এনে পুথি যুগুত কৰা হৈছে। স্বাভাবিকতে এই পুথি ভাৰতীয় সংবিধানৰ পূৰ্ণাঙ্গ পাঠ নহয়; এই পুথিত মাথো সাধাৰণ পঢ়ুৱৈ আৰু ছাত্ৰ-ছাত্ৰী সকলক ভাৰতীয় সংবিধানৰ দুই-চাৰিটা কথাৰ লগত চিনাকি কৰি দিয়াৰ এটা কৌশল উদ্ভাৱন কৰা হৈছে। এনে কৌশলত প্ৰশ্নোত্তৰ মাধ্যমৰ আশ্ৰয় লোৱা হৈছে। পুথিখনিত চাৰিশৰো অধিক প্ৰশ্ন দাঙি ধৰা হৈছে আৰু

প্ৰতিটো প্ৰশ্নৰ তলত চাৰিটা সম্ভাব্য উত্তৰ দিয়া আছে—(ক), (খ), (গ), আৰু (ঘ) । বিত্তাৰ্থী সকলে সংশ্লিষ্ট প্ৰশ্নৰ কোনটো সঠিক উত্তৰ হব তাৰ সন্নিধান দিব । মনকৰিবলগীয়া যে কিছুমান প্ৰশ্নৰ শুদ্ধ উত্তৰ এটাহে হব যদিও আন কিছুমান প্ৰশ্নৰ শুদ্ধ উত্তৰ আটাইকেইটা হব পাৰে কিম্বা সংশ্লিষ্ট প্ৰশ্নত শুদ্ধ উত্তৰ নাথাকিবও পাৰে । কোনো প্ৰশ্নৰ আটাইকেইটা উত্তৰ শুদ্ধ থাকিলে সেই অনুসৰি উল্লেখ থকা সংশ্লিষ্ট উত্তৰ সূচক ঘৰত চিন দিব । ধৰাহওক যেতিয়া এনে প্ৰশ্ন কৰা হয় যে ভাৰতৰ ৰাষ্ট্ৰপতিক কোনে নিৰ্বাচন কৰে আৰু প্ৰদত্ত উত্তৰ সমূহৰ শুদ্ধ উত্তৰ নাথাকে, তেতিয়া যি ঘৰত উক্ত উত্তৰ সমূহ অশুদ্ধ বা ইয়াত শুদ্ধ উত্তৰ নাই বুলি লিখা থাকে, সেই ঘৰত চিন দিলেই প্ৰশ্নটিৰ উত্তৰ শুদ্ধ উত্তৰ হব । সেইদৰে কোনো কোনো ক্ষেত্ৰত প্ৰদত্ত উত্তৰ সমূহৰ পৰা শুদ্ধ উত্তৰ বা অশুদ্ধ উত্তৰ বাচি উলিয়াবলৈ কোৱা হৈছে আৰু তেনে ক্ষেত্ৰত শুদ্ধ উত্তৰ বা অশুদ্ধ উত্তৰ থকা ঘৰটোৱেই সংশ্লিষ্ট প্ৰশ্নটিৰ উত্তৰ হব । প্ৰতিটো প্ৰশ্নৰ শুদ্ধ উত্তৰ পুথিখনৰ শেষৰ ফালে “উত্তৰমালা” শিতানত দিয়া হৈছে । উত্তৰ সমূহ অধ্যায় অনুসৰি দিয়া আছে ; বিত্তাৰ্থী সকলে নিজৰ পৰীক্ষা নিজেই লোৱাৰ সুযোগ পাব ।

পুথিখন মুঠতে সোতৰটা অধ্যায়ত বিভক্ত কৰা হৈছে । এই অধ্যায় সমূহ ভাৰতীয় সংবিধানৰ মূলপাঠত থকা অধ্যায় সমূহৰ লৈতে সামঞ্জস্য ৰাখি একাদিক্ৰম কৰা নাই ; কেৱল আমাৰ পুথিৰ বিষয় বস্তু উপস্থাপন কৰাৰ সুবিধাৰ্থে এই অধ্যায় সমূহ সোতৰটা ভাগত সাজি উলিওৱা হৈছে । পুথিখনৰ প্ৰথম অধ্যায়ত সংবিধানখনৰ প্ৰস্তুতিৰ দুই এটা প্ৰাসঙ্গিক কথাৰ অৱতাৰণা কৰাৰ লোভ সামৰিব নোৱাৰিলো ।

সেইদৰে ঠায়ে ঠায়ে কিছু কথা এৰি যোৱাৰ দোষৰ পৰা নিজকে মুক্ত কৰি ৰাখিব নোৱাৰি ক্ষমা বিচাৰিছো।

শেষত, প্ৰকাশৰ গুৰুভাৰ বহন কৰিবলৈ আগবাঢ়ি অহা বাবে ভট্টাচাৰ্য্য এজেঞ্চীৰ শ্ৰীলোকেন্দ্ৰ নাথ ভট্টাচাৰ্য্যক আন্তৰিক কৃতজ্ঞতা জনাইছো, ঠাইতে বন্ধুবৰ শ্ৰীপ্ৰনয় আচাৰ্য এম. এ আৰু শ্ৰীতিলক বৰা এম. এৰ সহযোগীতা স্বীকাৰ কৰা হৈছে। ইয়াৰোপৰি এই ঠাইতে সৰ্বশ্ৰী ফনীন্দ্ৰ নাথ ফুকন, নাৰু বৈদ্য, ৰাম কুমাৰ শেনচোৱা, সূৰ্য হাজৰিকা, কৃপাল বৰ পূজাৰীৰ নাম কব লাগিব। ভুল-ক্ৰুটী হলে পঢ়ুৱৈ সকলে খেমিব ; শ্ৰম সাৰ্থক হলে নতুন প্ৰচেষ্টা হাতত লোৱাৰ বাবে উৎসাহিত হম।

চিৰিংচাপৰি —পানীন্দ্ৰ কুমাৰ বৰ্মন

ডিব্ৰুগড় ৭৮৬০০১

## সূচীপত্ৰ

## প্ৰথম অধ্যায়

## প্ৰাৰম্ভণি

১। সংবিধান বুলিলে কি বুজায় ?

(ক) ধৰ্মীয় নীতি-নিয়ম বিষয়ক আইন গ্ৰন্থক বুজায় ☐

(খ) ৰাষ্ট্ৰৰ প্ৰশাসন, ৰাষ্ট্ৰ-নীতি আৰু নাগৰিক অধিকাৰ আদিৰ বিধি-বিধানক বুজায় ☐

(গ) কোনো ৰাষ্ট্ৰৰ সবাতোকৈ পুৰণি প্ৰথাগত আইন সমূহক বুজায় ☐

(ঘ) চিকিৎসা বিষয়ক আইনৰ নীতি-নিয়মক বুজায় ☐

২। চমুকৈ ভাৰতীয় সংবিধান খন হৈছে—

(ক) ফৌজদাৰী কাৰ্য্যবিধি বিষয়ক আইন ☐

(খ) ভাৰতীয় দণ্ডবিধি বিষয়ক আইন ☐

(গ) ভাৰতৰ শ্ৰেষ্ঠ হিন্দু ধৰ্মগ্ৰন্থ ☐

(ঘ) ভাৰতৰ ৰাষ্ট্ৰ-ব্যৱস্থা, চৰকাৰ পদ্ধতি,নীতি-নিয়ম ☐
আৰু নাগৰিক অধিকাৰ আদিৰ লিখিত দলীল ☐

৩। ভাৰতীয় সংবিধান কেনে প্ৰস্তুত কৰিছে ?

(ক) ভাৰতীয় সংসদে ☐

(খ) বৃটিছ সংসদে ☐

(গ) ৰাষ্ট্ৰ সংঘই ☐

(ঘ) ভাৰতৰ সংবিধান সভাই ☐

৪। সংবিধান সভা কিয় আহ্বান কৰা হৈছিল ?

(ক) দেশীয় আইন প্ৰস্তুত কৰিবলৈ ☐

(খ) বৃটিছ আইন গ্ৰহণ কৰিবলৈ ☐

(গ) ভাৰতৰ বাজেট প্ৰস্তুত কৰিবলৈ ☐

(ঘ) ভাৰতীয় সংবিধান প্ৰস্তুত কৰিবলৈ ☐

৫। ভাৰতৰ সংবিধান সভা কাৰ ফলশ্ৰুতিত গঠিত হৈছিল ?

(ক) ১৯১৯ চনৰ ভাৰত চৰকাৰ আইন ☐

(খ) ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইন ☐

(গ) ১৯৪৭ চনৰ ভাৰতীয় স্বাধীনতা আইন ☐

(ঘ) ১৯৪৬ চনৰ কেবিনেট মিছন প্লেন ☐

৬। কেবিনেট মিছন প্লেন ঘোষণাৰ তাৰিখ হল—

(ক) ১৭ জুলাই ১৯৪৬ চন ☐

(খ) ২২ জুন ১৯৪৮ চন ☐

(গ) ১৬ মে ১৯৪৬ চন ☐

(ঘ) ১৫ আগষ্ট ১৯৪৭ চন ☐

৭। সংবিধান সভা কোন তাৰিখত প্ৰথম অনুষ্ঠিত হৈছিল ?

(ক) ১৪ নভেম্বৰ ১৯৪৯ চন ☐

(খ) ২৬ জানুৱাৰী ১৯৪৮ চন ☐

(গ) ৯ ডিসেম্বৰ ১৯৪৬ চন ☐

(ঘ) ৯ আগষ্ট ১৯৪৬ চন ☐

৮। ভাৰতৰ বাবে খচৰা সংবিধান প্ৰস্তুত সমিতিৰ সভাপতি কোন আছিল ?

(ক) ড° বি. আৰ. আম্বেদকাৰ ☐

(খ) বল্লভ ভাই পেটেল ☐
(গ) গোপীনাথ বৰদলৈ ☐
(ঘ) ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ ☐

৯। ভাৰতৰ সংবিধান সভাৰ সভাপতি আছিল—
(ক) জৱাহৰলাল নেহেৰু ☐
(খ) লোকমান্য তিলক ☐
(গ) কে. এম. মুন্সি ☐
(ঘ) ড° ৰাজেন্দ্ৰ প্ৰসাদ ☐

১০। ভাৰতীয় সংবিধান কোন তাৰিখত গৃহীত হৈছে ?
(ক) ১ জানুৱাৰী ১৯৪৯ চন ☐
(খ) ২ অক্টোবৰ ১৯৫০ চন ☐
(গ) ২৬ নৱেম্বৰ ১৯৪৯ চন ☐
(ঘ) ৩০ অক্টোবৰ ১৯৪৯ চন ☐

১১। ভাৰতীয় সংবিধান বলবৎ কৰা হৈছে—
(ক) ২৪ জানুৱাৰী ১৯৪৯ চনত ☐
(খ) ২৬ জানুৱাৰী ১৯৫০ চনত ☐
(গ) ২৩ জানুৱাৰী ১৯৪৭ চনত ☐
(ঘ) ২ অক্টোবৰ ১৯৫০ চনত ☐

১২। কেবিনেট মিছন প্লেন অনুসৰি সংবিধান সভাৰ গঠিত হব লগা সদস্যৰ সংখ্যা হৈছে—
(ক) ৩৮৯ জন ☐
(খ) ৩৯৮ জন ☐
(গ) ৮৩৯ জন ☐
(ঘ) ৪০৩ জন ☐

১৩। নিম্নোক্ত কোন গৰাকী ব্যক্তি সংবিধান প্ৰস্তুতি সমিতিৰ সদস্য আছিল ?

(ক) ড° ৰাজেন্দ্ৰ প্ৰসাদ ☐

(খ) ড° বি. আৰ. আম্বেদকাৰ ☐

(গ) এ. কৃষ্ণস্বামী আয়াৰ ☐

(ঘ) এন. গোপালস্বামী আয়েঙ্গাৰ ☐

১৪। সংবিধান সভাত ভাৰতীয় সংবিধান খন প্ৰস্তুতিৰ বাবে কিমান সময় লাগিছিল ?

(ক) ৪ বছৰ ৪ মাহ ৪ দিন ☐

(খ) ৩ বছৰ ৯ মাহ ১২ দিন ☐

(গ) ২ বছৰ ১০ মাহ ১ দিন ☐

(ঘ) ২ বছৰ ১১ মাহ ১৭ দিন ☐

১৫। ভাৰতীয় সংবিধানৰ পিতা বুলি কলে কাক বুজায় ?

(ক) ড° বি. আৰ. আম্বেদকাৰ ☐

(খ) চক্ৰবৰ্তী ৰাজাগোপালাচাৰী ☐

(গ) মহাত্মা গান্ধী ☐

(ঘ) স্বামী বিবেকানন্দ ☐

১৬। ভাৰতৰ বাবে এখন সংবিধানৰ মত প্ৰথমে কোনে দিছিল ?

(ক) সুভাষ চন্দ্ৰ বসু ☐

(খ) মৌলানা আবুল কালাম আজাদ ☐

(গ) কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ ☐

(ঘ) এম. এন. ৰয় ☐

১৭। তিনি জুনৰ প্লেন বুলিলে কাক বুজায় ?

(ক) কামৰাজ প্লেন ☐

(খ) ৱেভেল প্লেন ☐

(গ) কেবিনেট মিছন প্লেন ☐

(ঘ) মাউণ্টবেটেন প্লেন ☐

---

## দ্বিতীয় অধ্যায়

### ॥ সংবিধানৰ চাৰিত্ৰিক বৈশিষ্ট্য ॥

---

১। সংবিধানৰ প্ৰস্তাৱনা বুলিলে কি বুজায় ?

(ক) ৰাষ্ট্ৰীয় সঙ্গীত ☐

(খ) সংবিধানিক ব্যৱস্থাত ৰাষ্ট্ৰ নীতিৰ উদ্দেশ্য তথা মূল্যবোধ আৰু বিধানৰ প্ৰস্তাৱ-সূচী ☐

(গ) ৰাষ্ট্ৰৰ কবিতাৰ তালিকা ☐

(ঘ) ৰাষ্ট্ৰীয় দলৰ নিৰ্বাচনী ইস্তাহাৰ ☐

২। ভাৰতীয় সংবিধানৰ প্ৰস্তাৱনা বাজি—

(ক) সংবিধানৰ প্ৰাৰম্ভনিতে আছে ☐

(খ) সংবিধানৰ মাজত আছে ☐

(গ) সংবিধানৰ শেহত আছে ☐

(ঘ) সংবিধানৰ অনুসূচীত আছে ☐

৩। নিম্নোক্ত কোনখন সংবিধানৰ পৰা ভাৰতে প্ৰস্তাৱনাৰ ধাৰণা গ্ৰহণ কৰিছে ?

(ক) চুইচ সংবিধান ☐
(খ) কচ সংবিধান ☐
(গ) আমেৰিকাৰ সংবিধান ☐
(ঘ) চীনা সংবিধান ☐

৪। তলৰ কোনটো নতুনকথা ৪২ তম সংবিধান সংশোধনীয়ে ভাৰতীয় সংবিধানৰ প্ৰস্তাৱনাত অন্তৰ্ভুক্ত কৰিলে ?

(ক) সাৰ্বভৌম গণৰাজ্য ☐
(খ) লোকতান্ত্ৰিক গণৰাজ্য ☐
(গ) ভ্ৰাতৃত্ববোধ প্ৰজাতন্ত্ৰ ☐
(ঘ) সমাজবাদী ধৰ্মনিৰপেক্ষ ☐

৫। তলৰ কোনখন সংবিধানৰ লগত ভাৰতীয় সংবিধানৰ তুলনামূলক সাদৃশ্য কম ?

(ক) বৃটিছ সংবিধান ☐
(খ) আমেৰিকা সংবিধান ☐
(গ) চীনা সংবিধান ☐
(ঘ) কানাডা সংবিধান ☐

৬। ভাৰতীয় সংবিধানত চৰকাৰ প্ৰতিষ্ঠাৰ কেবিনেট পদ্ধতিটো কাৰ পৰা লোৱা হৈছে ?

(ক) বৃটিছ সংবিধানৰ পৰা ☐
(খ) বাংলাদেশ সংবিধানৰ পৰা ☐
(গ) কচ সংবিধানৰ পৰা ☐
(ঘ) জাপান সংবিধানৰ পৰা ☐

৭। ভাৰতীয় সংবিধানৰ নিম্নোক্ত কোনটো বৈশিষ্ট্য বৃটিছ সংবিধানৰ পৰা লোৱা নহয় ?

(ক) দ্বি সদনীয় সংসদৰ ব্যৱস্থা ☐

(খ) সংসদ সদস্যৰ অগ্ৰাধিকাৰ ☐

(গ) উচ্চতম ন্যায়ালয়ৰ পদ্ধতি ☐

(ঘ) সংসদীয় পদ্ধতিৰ চৰকাৰ ☐

৮। ভাৰতীয় সংবিধানৰ মৌলিক অধিকাৰ সমূহ কোনখন সংবিধানৰ পৰা অনুপ্ৰাণিত হোৱা ?

(ক) আমেৰিকা সংবিধান ☐

(খ) ৰুচ সংবিধান ☐

(গ) বৃটিছ সংবিধান ☐

(ঘ) চীনা সংবিধান ☐

৯। ভাৰতীয় সংবিধানৰ নিম্নোক্ত কোনটো বৈশিষ্ট্য আমেৰিকা যুক্তৰাষ্ট্ৰৰ সংবিধানৰ সৈতে একে নহয় ?

(ক) ভাৰতৰ ৰাষ্ট্ৰপতিৰ ক্ষমতা ☐

(খ) উচ্চতম ন্যায়ালয় ☐

(গ) লিখিত সংবিধান

(ঘ) ফেডাৰেল পদ্ধতিৰ চৰকাৰ ☐

১০। ভাৰতীয় সংবিধানৰ নিম্নোক্ত কোনটো বৈশিষ্ট্য কানডা সংবিধানৰ পৰা অনুকৰণ কৰা হৈছে ?

(ক) নাগৰিকত্ব

(খ) ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ ☐

(গ) ফেডাৰেচন ☐

(ঘ) মৌলিক অধিকাৰ ☐

১১। ভাৰতীয় সংবিধানৰ নিম্নোক্ত কোনটো বৈশিষ্ট্য আয়াৰলেণ্ড সংবিধানৰ পৰা অনুকৰণ কৰা হৈছে ?

(ক) মৌলিক অধিকাৰ ☐
(খ) ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ ☐
(গ) নাগৰিকত্ব ☐
(ঘ) ক্ষেত্ৰাবেচন ☐

১২। তলৰ কোনটো বৈশিষ্ট্য ভাৰতীয় সংবিধানত নাই ?

(ক) লিখিত সংবিধান ☐
(খ) সংসদীয় পদ্ধতিৰ চৰকাৰ ☐
(গ) দ্বৈত নাগৰিকত্ব ☐
(ঘ) দ্বিসদনীয় সংসদৰ ব্যৱস্থা ☐

১৩। ভাৰতীয় সংবিধান মতে ভাৰতৰ ন্যায়পালিকা—

(ক) চৰকাৰৰ দ্বাৰা নিয়ন্ত্ৰিত ☐
(খ) সংসদৰ দ্বাৰা নিয়ন্ত্ৰিত ☐
(গ) শাসক দলৰ দ্বাৰা নিয়ন্ত্ৰিত ☐
(ঘ) স্বাধীন ☐

১৪। ভাৰতীয় সংবিধানত সাৰ্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰৰ ব্যৱস্থা—

(ক) আছে ☐
(খ) নাই ☐
(গ) জৰুৰীকালীন অৱস্থাত দিয়ে ☐
(ঘ) কেৱল পুৰুষৰ বাবে আছে ☐

১৫। সংবিধান অনুসৰি সকলো নাগৰিকে সাৰ্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ পায়—

(ক) ২৫ বছৰত ☐

(খ) ১৯ বছৰত ☐

(গ) ১৮ বছৰত ☐

(ঘ) ২১ বছৰত ☐

১৬। ভাৰতীয় সংবিধানৰ ক্ষেত্ৰত তলৰ কোনফাঁকি কথা সত্য ?

(ক) ই সম্পূৰ্ণৰূপে সংঘাত্মক ☐

(খ) ই সম্পূৰ্ণৰূপে একাত্মক

(গ) ই সংঘাত্মক আৰু একাত্মক দুয়োটা গুণবিশিষ্ট ☐

(ঘ) ই সংঘাত্মক আৰু একাত্মক দুয়োটা গুণহীন ☐

১৭। ভাৰতীয় সংবিধান যুক্তৰাষ্ট্ৰীয় সংবিধান হলেও তলৰ কোনটো বৈশিষ্ট্য যুক্তৰাষ্ট্ৰীয় বৈশিষ্ট্য নহয় ?

(ক) লিখিত সংবিধান ☐

(খ) একক নাগৰিকত্ব ☐

(গ) কেন্দ্ৰ-ৰাজ্য চৰকাৰ ☐

(ঘ) স্বাধীন ন্যায়পালিকা ☐

১৮। ভাৰতীয় সংবিধানৰ একাত্মতা চৰিত্ৰ সমৰ্থন কৰিবলৈ হলে দেখুৱাব লাগিব ইয়াৰ—

(ক) লিখিত সংবিধান ☐

(খ) এক [illegible] ৰক ☐

(গ) কেন্দ্ৰ-ৰাজ্য চৰকাৰ ☐

(ঘ) স্বাধীন ন্যায়পালিকা

১৯। তলৰ কোনটো বৈশিষ্ট্য ভাৰতীয় সংবিধানৰ একাত্মক চৰিত্ৰ?

(ক) ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ ☐

(খ) ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ ☐

(গ) একক সংবিধান ☐

(ঘ) মৌলিক অধিকাৰ ☐

২০। তলৰ কোনটো বৈশিষ্ট্য ভাৰতীয় সংবিধানৰ সংঘাত্মক চৰিত্ৰ?

(ক) ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ ☐

(খ) একক নাগৰিকত্ব ☐

(গ) লিখিত সংবিধান ☐

(ঘ) সাৰ্বজনীন প্ৰাপ্তবয়স্ক ভোটাধিকাৰ ☐

২১। ভাৰতীয় সংবিধানৰ ক্ষেত্ৰত নিম্নোক্ত কোনফাঁকি কথা সঁচা?

(ক) ই এখন দৃঢ় সংবিধান ☐

(খ) ই এখন নমনীয় সংবিধান ☐

(গ) ই আংশিক ভাবে দৃঢ় আৰু আংশিক ভাবে নমনীয় ☐

(ঘ) ই নব্বৈ শতাংশ দৃঢ় ☐

২২। ভাৰতীয় সংবিধানৰ ক্ষেত্ৰত নিম্নোক্ত কোনফাঁকি কথা শুদ্ধ?

(ক) ভাৰত এখন হিন্দু ৰাষ্ট্ৰ ☐

(খ) ভাৰত এখন মুছলিম ৰাষ্ট্ৰ ☐

(গ) ভাৰত এখন ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ ☐

(ঘ) ভাৰত এখন খৃষ্টান ৰাষ্ট্ৰ ☐

২৩। ভাৰতীয় সংবিধানে ভাৰতক এনেদৰে প্ৰতিষ্ঠিত কৰিছে যে ভাৰত হব এখন—

(ক) এক নায়কত্ববাদী ৰাষ্ট্ৰ ☐

(খ) লোকতান্ত্ৰিক গণৰাজ্য ☐

(গ) ধৰ্মতান্ত্ৰিক গণৰাজ্য ☐

(ঘ) সাম্ৰাজ্যবাদী প্ৰজাতন্ত্ৰ ☐

২৪। ভাৰতীয় সংবিধান সংশোধন কৰিবৰ বাবে কেইবিধ পদ্ধতি আছে ?

(ক) দুবিধ ☐

(খ) তিনিবিধ ☐

(গ) চাৰিবিধ ☐

(ঘ) পাঁচবিধ

২৫। তলৰ কোনটো বাক্য শুদ্ধ নহয় ?

(ক) ভাৰতত ৰাজ্যৰ পৃথক সংবিধান আছে ☐

(খ) ভাৰতৰ এখন উচ্চতম ন্যায়ালয় আছে ☐

(গ) ভাৰতত এজন ৰাষ্ট্ৰপতি থাকে ☐

(ঘ) ভাৰতত ৰাজ্যৰ বাবে পৃথক নিৰ্বাচনী আয়োগ নাই ☐

২৬। যেতিয়া প্ৰথম গৃহীত হৈছিল, ভাৰতীয় সংবিধানত কিমান অনুচ্ছেদ আৰু অনুসূচী আছিল ?

(ক) ৩৫৯টা অনুচ্ছেদ আৰু ৯টা অনুসূচী ☐

(খ) ৩৯৫টা অনুচ্ছেদ আৰু - ৮টা অনুসূচী ☐

(গ) ৩১৯টা অনুচ্ছেদ আৰু ১১টা অনুসূচী ☐

(ঘ) ৪০১টা অনুচ্ছেদ আৰু ৯টা অনুসূচী ☐

## তৃতীয় অধ্যায়

### ॥ নাগৰিকত্ব ॥

১। ভাৰতীয় সংবিধানৰ দ্বিতীয় ভাগত নিম্নোক্ত কোন্ অনুচ্ছেদৰ পৰা কিমান অনুচ্ছেদলৈ নাগৰিকত্বৰ প্ৰসঙ্গ কৰা হৈছে ?
   (ক) অনুচ্ছেদ ৪ ৰ পৰা অনুচ্ছেদ ১২ লৈ ☐
   (খ) অনুচ্ছেদ ৪ ৰ পৰা অনুচ্ছেদ ১৩ লৈ ☐
   (গ) অনুচ্ছেদ ৫ ৰ পৰা অনুচ্ছেদ ১৩ লৈ ☐
   (ঘ) অনুচ্ছেদ ৫ ৰ পৰা অনুচ্ছেদ ১১ লৈ ☐

২। সংবিধানৰ ৫ অনুচ্ছেদ অনুসৰি ভাৰতীয় সংবিধানৰ প্ৰাৰম্ভণিত ভাৰতৰ ৰাজ্যক্ষেত্ৰত অধিবাস থকা নিম্নোক্ত কেনে ব্যক্তি ভাৰতীয় নাগৰিক হব ?
   (ক) যি ভাৰতৰ ৰাজ্যক্ষেত্ৰত জন্ম লাভ কৰিছিল ☐
   (খ) যাৰ পিতৃ বা মাতৃ ভাৰতৰ ৰাজ্যক্ষেত্ৰত জন্ম লাভ কৰিছিল ☐
   গ) যি সংবিধানৰ প্ৰাৰম্ভণিৰ ঠিক পূৰ্বে অন্ততঃ পাচ বছৰ ভাৰতৰ ৰাজ্যক্ষেত্ৰত সাধাৰণভে বাসিন্দা আছিল ☐
   (ঘ) উক্ত আটাই বিলাক ☐

৩। সংবিধানৰ প্ৰাৰম্ভণিত পাকিস্তানৰপৰা ভাৰতলৈ প্ৰব্ৰজন কৰা কিছুমান লোকৰ নাগৰিকত্বৰ অধিকাৰৰ কথা নিম্নোক্ত কোন অনুচ্ছেদত সন্নিবিষ্ট হৈছে ?

(ক) অনুচ্ছেদ ৬ ☐

(খ) অনুচ্ছেদ ৭ ☐

(গ) অনুচ্ছেদ ৮ ☐

(ঘ) অনুচ্ছেদ ৯ ☐

৪। সংবিধানৰ প্ৰাবৰ্তণিত পাকিস্তানৰ পৰা ভাৰতলৈ প্ৰব্ৰজন কৰা কিছুমান লোকৰ নাগৰিকত্বৰ অধিকাৰ সম্পৰ্কত সংবিধানৰ ৬ অনুচ্ছেদত কোনটো তাৰিখ সময় সীমা স্বৰূপে ধৰা হৈছে ?

(ক) ২৩ জানুৱাৰী ১৯৫২ ☐

(খ) ১৯ জুলাই ১৯৪৮ ☐

(গ) ২৬ জানুৱাৰী ১৯৫০ ☐

(ঘ) ১৫ আগষ্ট ১৯৪৭ ☐

৫। সংবিধানৰ নীতি অনুসৰি ১৯ জুলাই ১৯৪৮ তাৰিখৰ পূৰ্বে অহা প্ৰব্ৰজনকাৰী কি ক্ষেত্ৰত ভাৰতীয় নাগৰিক বুলি গণ্য হ'ব ?

(ক) যদি তেওঁ বা তেওঁৰ পিতৃ/মাতৃ কিম্বা পিতামহ/মাতামহ যিকোনো এজন ১৯৩৫ চনৰ ভাৰত চৰকাৰৰ আইনত দেখুৱা ভাৰতত জন্মে আৰু তেওঁ প্ৰব্ৰজনৰ তাৰিখৰ পৰা ভাৰতৰ ৰাজ্যক্ষেত্ৰত সাধাৰণতে বাসিন্দা হৈ থাকে ☐

(খ) যদি তেওঁৰ পিতৃ/মাতৃ বিদেশত জন্ম হলেও তেওঁ ভাৰতত মাজে সময়ে আহি থাকে ☐

(গ) যদি তেওঁ বা তেওঁৰ পিতৃ/মাতৃ বিদেশত জন্ম

হলেও বৃটিছৰ অধীনস্ত ভাৰত চৰকাৰ চাকৰিয়াল হয় ☐

(ঘ) উক্ত এটাও নহয় ☐

৬। সংবিধানৰ নীতি অনুসৰি ১৯ জুলাই ১৯৪৮ তাৰিখ বা তাৰপাচত অহা প্ৰব্ৰজনকাৰী কেনে ক্ষেত্ৰত ভাৰতীয় নাগৰিক বুলি গণ্য হ'ব ?

(ক) যিক্ষেত্ৰত তেওঁ বা তেওঁৰ পিতৃ/মাতৃ কিম্বা পিতামহ/মাতামহ যিকোনো এজন ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইনত দেখুৱা ভাৰতত জন্মে ☐

(খ) যি ক্ষেত্ৰত তেওঁ নাগৰিকত্বৰ বাবে আবেদন কৰে আৰু ভাৰতত ছমাহ বাসিন্দা হোৱাৰ প্ৰমাণ কৰে ☐

(গ) যি ক্ষেত্ৰত তেওঁ ১৯৩৫ চনৰ আইনৰ অধীনৰ ভাৰত চৰকাৰ অথবা বৰ্তমান সংবিধানৰ অধীনৰ কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা নাগৰিক হিচাবে পঞ্জীবদ্ধ হৈছে ☐

(ঘ) উক্ত সকলো ক্ষেত্ৰৰ ব্যক্তি ভাৰতীয় নাগৰিক হ'ব ☐

৭। ১৯৪৭ চনৰ মাৰ্চ মাহৰ পহিলা তাৰিখৰ পিচত ভাৰতৰ ৰাজ্যক্ষেত্ৰৰ পৰা পাকিস্তানৰ অধীন হোৱা ৰাজ্যক্ষেত্ৰলৈ প্ৰব্ৰজন কৰা কোনো ব্যক্তিক ভাৰতৰ নাগৰিক বুলি গণ্য কৰা নহ'ব বোলা ব্যৱস্থা নিম্নোক্ত কোনটো অনুচ্ছেদত সন্নিবিষ্ট আছে ?

(ক) অনুচ্ছেদ ৬ ☐

(খ) অনুচ্ছেদ ৭ ☐

(গ) অনুচ্ছেদ ৮ ☐

(ঘ) অনুচ্ছেদ ৯ ☐

৮। কোনো ব্যক্তি যি বা যাৰ পিতৃ/মাতৃ অথবা পিতামহ/ মাতামহ ভাৰতত জন্ম হৈছিল, কিন্তু সাধাৰণতঃ বিদেশত বাস কৰে, তেনে ব্যক্তি ভাৰতৰ নাগৰিক হব—

(ক) যদিহে তেনে ব্যক্তিয়ে ইচ্ছা কৰে ☐

(খ) যদিহে তেনে ব্যক্তি সংবিধানৰ বিধি অনুসৰি নাগৰিক হিচাবে পঞ্জীবদ্ধ হয় ☐

(গ) যদিহে তেনে ব্যক্তি ভাৰতত কমেও এদিনৰ কাৰণে থাকে ☐

(ঘ) উক্ত এটাও নহয় ☐

৯। ভাৰতীয় সংবিধানৰ ৯ অনুচ্ছেদ অনুসৰি নিম্নোক্ত কোন শ্ৰেণীৰ ব্যক্তিক ভাৰতীয় নাগৰিক বুলি গণ্য কৰা নহয় ?

(ক) যিয়ে ভাৰতৰ বিৰুদ্ধে যুদ্ধত লিপ্ত থাকে ☐

(খ) যিয়ে বিদেশত ভাৰতৰ অপপ্ৰচাৰ চলায় ☐

(গ) যিয়ে স্বেচ্ছাই বিদেশী ৰাজ্যৰ নাগৰিকত্ব অৰ্জন কৰে ☐

(ঘ) উক্ত এটাও নহয় ☐

১০। নাগৰিকত্ব অৰ্জন, সমাপ্ত কৰণ আৰু এই সম্পৰ্কত কোনো আইন প্ৰণয়নৰ ক্ষমতা কাৰ থাকে ?

(ক) ফেডাৰেল কোৰ্টৰ ☐

(খ) সংসদৰ ☐

(গ) কংগ্ৰেছ মহাসভাৰ ☐

(ঘ) ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইনৰ ☐

## চতুৰ্থ অধ্যায়

### ॥ মৌলিক অধিকাৰ ॥

১। ভাৰতীয় সংবিধানৰ মৌলিক অধিকাৰ বুলিলে—

(ক) চৰকাৰী চাকৰিয়ালৰ অধিকাৰক বুজায় ☐

(খ) সংবিধান প্ৰদত্ত নাগৰিক অধিকাৰক বুজায় ☐

(গ) পুলিচৰ অধিকাৰক বুজায় ☐

(ঘ) দলীয় অধিকাৰক বুজায় ☐

২। ভাৰতীয় সংবিধানৰ কোন ভাগত মৌলিক অধিকাৰসমূহ সন্নিবিষ্ট হৈছে ?

(ক) প্ৰথম ভাগ ☐

(খ) দ্বিতীয় ভাগ ☐

(গ) তৃতীয় ভাগ ☐

(ঘ) চতুৰ্থ ভাগ ☐

৩। পৃথিবীৰ কোনখন সংবিধানৰ পৰা ভাৰতে মৌলিক অধিকাৰৰ ধাৰণা গ্ৰহণ কৰিছে ?

(ক) কানাডা সংবিধান ☐

(খ) ৰুচ সংবিধান ☐

(গ) আমেৰিকা সংবিধান ☐

(ঘ) চীনা সংবিধান ☐

৪। সংবিধান প্ৰদত্ত মৌলিক অধিকাৰ খৰ্ব হলে, ভাৰতীয় নাগৰিকে ন্যায়ালয়ত—

(ক) গোচৰ ভৰিব পাৰে ☐
(খ) গোচৰ ভৰিব নোৱাৰে ☐
(গ) আংশিক ভাবে গোচৰ ভৰিব পাৰে ☐
(ঘ) গোচৰৰ প্ৰশ্নই উত্থাপন কৰিব নোৱাৰে ☐

৫। ৰাষ্ট্ৰৰ স্বাৰ্থৰ খাতিৰত নাগৰিকৰ মৌলিক অধিকাৰৰ ওপৰত বাধানিষেধ আৰোপ কৰিব পাৰিনে ?

(ক) পাৰি ☐
(খ) নোৱাৰি ☐
(গ) কৰাৰ প্ৰশ্নই নুঠে ☐
(ঘ) ওপৰৰ এটাও উত্তৰ নহয় ☐

৬। ৰাজহুৱা শৃংখলা বা সদাচাৰ ৰক্ষা কৰিবলৈ মৌলিক অধিকাৰৰ ওপৰত বাধানিষেধ আৰোপ কৰা হয়নে ?

(ক) হয় ☐
(খ) নহয় ☐
(গ) কৰাৰ প্ৰশ্নই নুঠে ☐
(ঘ) ওপৰৰ এটাও উত্তৰ নহয় ☐

৭। নাগৰিকৰ মৌলিক অধিকাৰ নিলম্বিত কৰা যায়নে ?

(ক) নিলম্বিত কৰাৰ প্ৰশ্নই নুঠে ☐
(খ) নিলম্বিত কৰা নাযায় ☐
(গ) নিলম্বিত কৰা যায় ☐
(ঘ) ওপৰৰ এটাও উত্তৰ নহয় ☐

৮। কোনে মৌলিক অধিকাৰ নিলম্বিত কৰিব পাৰে ?

(ক) প্ৰধানমন্ত্ৰীয়ে ☐

(খ) ৰাষ্ট্ৰপতিয়ে ☐
(গ) মুখ্যন্যায়াধীশে ☐
(ঘ) আইন মন্ত্ৰীয়ে ☐

৯। সংবিধানৰ কোন অনুচ্ছেদৰ অধীনত ৰাষ্ট্ৰপতিয়ে মৌলিক অধিকাৰ নিলম্বিত কৰে ?
(ক) অনুচ্ছেদ ৩৫২ ☐
(খ) অনুচ্ছেদ ৩৫৬ ☐
(গ) অনুচ্ছেদ ৩৫৮ ☐
(ঘ) অনুচ্ছেদ ৩৫৯ ☐

১০। ভাৰতৰ সংসদে মৌলিক অধিকাৰ সমূহ সংশোধন কৰিব পাৰেনে ?
(ক) নোৱাৰে ☐
(খ) পাৰে ☐
(গ) কৰাৰ প্ৰশ্নই নুঠে ☐
(ঘ) ওপৰৰ এটাও উত্তৰ নহয় ☐

১১। মৌলিক অধিকাৰ সমূহ কিমান অনুচ্ছেদৰ ভিতৰত সন্নিবিষ্ট হৈ আছে ?
(ক) অনুচ্ছেদ ১৫—৩৮ লৈ ☐
(খ) অনুচ্ছেদ ১৪—৩৭ লৈ ☐
(গ) অনুচ্ছেদ ১৩—৩৬ লৈ ☐
(ঘ) অনুচ্ছেদ ১২—৩৫ লৈ ☐

১২। নিম্নোক্ত কি অধিকাৰৰ ওপৰত ভাৰতীয় সংবিধানে অধিক গুৰুত্ব দিছে ?

(ক) ভাষাগত অধিকাৰ ☐

(খ) অৰ্থনৈতিক অধিকাৰ ☐

(গ) ধৰ্মীয় অধিকাৰ ☐

(ঘ) ৰাজনৈতিক আৰু সামাজিক অধিকাৰ ☐

১৩। ভাৰতীয় সংবিধানত মূলতে কেইটা মৌলিক অধিকাৰ আছে।

(ক) পাঁচটা ☐

(খ) সাতটা ☐

(গ) দহটা ☐

(ঘ) বাৰটা ☐

১৪। সংবিধানৰ কোন অনুচ্ছেদৰ পৰা কিমান অনুচ্ছেদলৈ সমতাৰ অধিকাৰ উল্লেখ আছে ?

(ক) অনুচ্ছেদ ১৩—১৬ লৈ ☐

(খ) অনুচ্ছেদ ১৪—১৬ লৈ ☐

(গ) অনুচ্ছেদ ১৫—১৯ লৈ ☐

(ঘ) অনুচ্ছেদ ১৪—১৮ লৈ ☐

১৫। সংবিধানৰ কোন অনুচ্ছেদ অনুসৰি ভাৰতীয় নাগৰিকক আইনৰ চকুত সমান অধিকাৰ দিয়া হৈছে ?

(ক) অনুচ্ছেদ ১৬ ☐

(খ) অনুচ্ছেদ ১৭ ☐

(গ) অনুচ্ছেদ ১৪ ☐

(ঘ) অনুচ্ছেদ ১৫ ☐

১৬। সংবিধানৰ কোন অনুচ্ছেদ অনুসৰি ভাৰতৰ পৰা অস্পৃশ্যতা নিৰ্মূলকৰণ কৰা হৈছে ?

(ক) অনুচ্ছেদ ১৭ ☐

(খ) অনুচ্ছেদ ১৮ ☐

(গ) অনুচ্ছেদ ১৫ ☐

(ঘ) অনুচ্ছেদ ১৬ ☐

১৭। সংবিধানৰ কোন অনুচ্ছেদ অনুসৰি ভাৰতীয় নাগৰিকক মূলতে সাতটা স্বাধীনতা প্ৰদান কৰা হৈছে ?

(ক) অনুচ্ছেদ ১৮ ☐

(খ) অনুচ্ছেদ ২০ ☐

(গ) অনুচ্ছেদ ১৯ ☐

(ঘ) অনুচ্ছেদ ২১ ☐

১৮। নিম্নোক্ত কোন বাক্যশাৰী সংবিধানৰ অনুচ্ছেদ ১৯ ত লিপিবদ্ধ নহয় ?

(ক) বাক-স্বাধীনতাৰ অধিকাৰ ☐

(খ) শান্তিপূৰ্ণভাবে গোট খোৱা অধিকাৰ ☐

(গ) ভাৰতত অবাধে বিচৰণ কৰাৰ অধিকাৰ ☐

(ঘ) ধৰ্মানুসৰি ভোট দিয়া অধিকাৰ ☐

১৯। আইনসম্মত বিধি-ব্যৱস্থাৰ ব্যতিৰেকে কোনো নাগৰিকৰে জীৱন আৰু ব্যক্তিগত স্বতন্ত্ৰতা খৰ্ব কৰা নহব বুলি নিম্নোক্ত কোন অনুচ্ছেদত উল্লেখ আছে ?

(ক) অনুচ্ছেদ ২১ ☐

(খ) অনুচ্ছেদ ২২ ☐

(গ) অনুচ্ছেদ ২৩

(ঘ) অনুচ্ছেদ ২৪ ☐

২০। নাগৰিকক প্ৰদান কৰা ধৰ্মৰ স্বাধীনতাৰ অধীকাৰ সমূহ বিস্তৃত আছে অনুচ্ছেদ—

(ক) ২৪ৰ পৰা ২৭ লৈ ☐

(খ) ২৪ৰ পৰা ২৮ লৈ ☐

(গ) ২৫ৰ পৰা ২৭ লৈ ☐

(ঘ) ২৫ৰ পৰা ২৮ লৈ ☐

২১। সংবিধানে প্ৰদান কৰা সাংস্কৃতিক আৰু শিক্ষাগত অধিকাৰ সমূহ উল্লেখ থকা অনুচ্ছেদ সমূহ কি কি ?

(ক) ২৮ আৰু ২৯ ☐

(খ) ৩০ আৰু ৩১ ☐

(গ) ৩১ আৰু ৩২ ☐

(ঘ) ২৯ আৰু ৩০ ☐

২২। সংবিধানৰ কোন অনুচ্ছেদত প্ৰথমতে সম্পত্তিৰ অধিকাৰ প্ৰদান কৰা হৈছিল ?

(ক) অনুচ্ছেদ ৩১ ☐

(খ) অনুচ্ছেদ ৩০ ☐

(গ) অনুচ্ছেদ ২৯ ☐

(ঘ) অনুচ্ছেদ ২৮ ☐

২৩। নিম্নোক্ত কোনটো অধিকাৰক মৌলিক অধিকাৰ ভাগৰ পৰা তুলি দিয়া হৈছে ?

(ক) ধৰ্মীয় স্বাধীনতাৰ অধিকাৰ ☐

(খ) সাংস্কৃতিক আৰু শিক্ষাগত অধিকাৰ ☐

(গ) বাক স্বাধীনতাৰ অধিকাৰ ☐

(ঘ) সম্পত্তিৰ অধিকাৰ ☐

২৪। 'সম্পত্তিৰ অধিকাৰ' ক্ষেত্ৰত থকা 'ক্ষতিপূৰণ' শব্দটি সলনি কৰি কোন সংশোধনীয়ে তাৰ পৰিবৰ্তে 'পৰিমাণ' শব্দটিৰ অন্তৰ্ভুক্ত কৰিলে ?

(ক) ১ম সংশোধনী ☐

(খ) ৪২ তম সংশোধনী ☐

(গ) ২৩ তম সংশোধনী ☐

(ঘ) ১৪ তম সংশোধনী ☐

২৫। নাগৰিকক সাংবিধানিক প্ৰতিকাৰৰ অধিকাৰ দিয়া অনুচ্ছেদটি কি ?

(ক) ৩০ ☐

(খ) ৩১ ☐

(গ) ৩২ ☐

(ঘ) ৩৩ ☐

২৬। নিম্নোক্ত কোনটো অধিকাৰক ড° আম্বেদকাৰে অতি গুৰুত্বপূৰ্ণ বুলি অভিহিত কৰিছে ?

(ক) শোষণৰ বিৰুদ্ধে অধিকাৰ ☐

(খ) ধৰ্মীয় স্বাধীনতাৰ অধিকাৰ ☐

(গ) সাংস্কৃতিক আৰু শিক্ষাগত অধিকাৰ ☐

(ঘ) সাংবিধানিক প্ৰতিকাৰৰ অধিকাৰ ☐

২৭। নিম্নোক্ত কোন অনুচ্ছেদৰ অধীনত উচ্চতম ন্যায়ালয়ত ৰিট আবেদন কৰিব পাৰি ?

(ক) ১৩ □

(খ) ৩২ □

(গ) ২২৬ □

(ঘ) ২৩৬ □

২৮। মৌলিক অধিকাৰ সমূহ ৰক্ষাৰ হকে উচ্চ ন্যায়ালয়ে কোন অনুচ্ছেদৰ অধীনত ৰিট জাৰি কৰে ?

(ক) ২৩ □

(খ) ৩১ □

(গ) ২২৬ □

(ঘ) ২৩৬ □

২৯। মৌলিক অধিকাৰ সমূহ সংশোধন কৰিবলৈ হলে এখন সংবিধান সভা আহ্বান কৰাটো উচিত বুলি নিম্নোক্ত কোনটো গোচৰত উচ্চতম ন্যায়ালয়ে ঘোষণা কৰিছিল ?

(ক) মিৰ্নাভা মিলছ গোচৰ □

(খ) কেশৱানন্দ ভাৰতী গোচৰ □

(গ) এ. কে. গোপালন গো-ৰ □

(ঘ) গোলোক নাথ গোচৰ □

৩০। ভাৰতীয় সংবিধানৰ বুনিয়াদী গাঁথনি সংশোধন কৰিবলৈ সংসদৰ অধিকাৰ নাই বুলি নিম্নোক্ত কোনটো গোচৰত উচ্চতম ন্যায়ালয়ে ৰায় দিছিল ?

(ক) মিনাৰ্ভা মিলছ গোচৰ □

(খ) কেশৱানন্দ ভাৰতী গোচৰ ☐

(গ) এ. কে. গোপালন গোচৰ ☐

(ঘ) গোলোক নাথ গোচৰ ☐

৩১। নিম্নোক্ত কোনটো অধিকাৰ অভাৰতীয় নাগৰিককো প্ৰদান কৰা হৈছে ?

(ক) সংখ্যালঘু স্বাৰ্থ ৰক্ষাৰ অধিকাৰ ☐

(খ) জীৱিকা কিম্বা ব্যৱসায়ৰ অধিকাৰ ☐

(গ) ধৰ্ম আচৰণৰ অধিকাৰ ☐

(ঘ) ভাৰতত সংস্থাপনৰ অধিকাৰ ☐

৩২। নিম্নোক্ত কোনটো অধিকাৰ কেৱল ভাৰতীয় নাগৰিক দিয়া হৈছে আৰু অভাৰতীয়ক দিয়া হোৱা নাই ?

(ক) বাক স্বাধীনতা আৰু সংস্থা গঠনৰ অধিকাৰ ☐

(খ) আইনৰ আগত সমতাৰ অধিকাৰ ☐

(গ) জীৱন আৰু ব্যক্তি স্বতন্ত্ৰতাৰ অধিকাৰ ☐

(ঘ) সাংবিধানিক প্ৰতিকাৰৰ অধিকাৰ ☐

পঞ্চম অধ্যায়

## ॥ ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ ॥

১। ভাৰতীয় সংবিধানৰ কোন ভাগত ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহ বৰ্ণনা কৰা হৈছে ?

(ক) তৃতীয় ভাগ ☐

(খ) চতুৰ্থ ভাগ ☐

(গ) পঞ্চম ভাগ ☐

(ঘ) ষষ্ঠ ভাগ ☐

২। ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহ হল—

(ক) ভাৰতৰ উচ্চতম ন্যায়ালয়ে উচ্চ ন্যায়ালয়লৈ দিয়া বিচাৰ সম্পৰ্কীয় কিছুমান নিৰ্দেশনামা ☐

(খ) বিদেশত থকা ভাৰতীয় দূতাবাসলৈ ভাৰত চৰকাৰে দিয়া কিছুমান চৰকাৰী কাৰ্য্যাৱলী ☐

(গ) ভাৰতৰ ৰাজ্যসভাই ভাৰতৰ ৰাজনৈতিক দল সমূহলৈ দিয়া কিছুমান পৰামৰ্শাৱলী ☐

(ঘ) ভাৰতৰ ৰাষ্ট্ৰ পৰিচালনাত কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰলৈ দিয়া সাংবিধানিক নীতিৰ কিছুমান নিৰ্দেশনামা ☐

৩। ভাৰতীয় সংবিধানত থকা ৰাষ্ট্ৰীয় নীতিৰ সূত্ৰ সমূহৰ আৰ্হি নিম্নোক্ত কোনখন সংবিধানৰ পৰা লোৱা হৈছে ?

(ক) জাপানৰ সংবিধান ☐

(খ) আয়াৰলেণ্ডৰ সংবিধান ☐

(গ) কানাডাৰ সংবিধান ☐

(ঘ) ফ্ৰান্সৰ সংবিধান ☐

৪। সংবিধানৰ মৌলিক অধিকাৰ আৰু ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহৰ মাজত পাৰ্থক্য হ'ল এয়ে যে—

(ক) মৌলিক অধিকাৰ সমূহ খৰ্ব কৰিলে গোচৰ তৰিব পাৰিব ; কিন্তু নিৰ্দেশক নীতি খৰ্বিত হ'লে গোচৰ তৰিব নোৱাৰি ☐

(খ) মৌলিক অধিকাৰ সমূহ খৰ্ব কৰিলে গোচৰ তৰিব নোৱাৰি ; কিন্তু নিৰ্দেশক নীতি খৰ্বিত হ'লে গোচৰ তৰিব পাৰি ☐

(গ) মৌলিক অধিকাৰ সমূহ ভাৰতীয় নাগৰিকৰ বাবে ; কিন্তু নিৰ্দেশক সূত্ৰ সমূহ বিদেশী নাগৰিকৰ বাবে ☐

(ঘ) মৌলিক অধিকাৰসমূহ ভাৰতীয় সংসদে প্ৰণয়ন কৰিছে ; কিন্তু নিৰ্দেশক সূত্ৰ সমূহ ৰাজ্য বিধান সভাই প্ৰণয়ন কৰিছে ☐

৫। নিম্নোক্ত কোন সংশোধনীয়ে নিৰ্দিষ্ট ক্ষেত্ৰত ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰক মৌলিক অধিকাৰতকৈ আগস্থান দিবলৈ বিচাৰিছে ?

(ক) ২২ তম সংশোধনীয়ে ☐

(খ) ৩৭ তম সংশোধনীয়ে ☐

(গ) ৪২ তম সংশোধনীয়ে ☐

.৪ তম সংশোধনীয়ে ☐

৬। ভাৰতীয় সংবিধানৰ ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহৰ অন্তৰ্নিহিত উদ্দেশ্য হল এনে ধৰণৰ যে ই ভাৰতক এখন—
   (ক) ৰাজতান্ত্ৰিক ৰাষ্ট্ৰ কৰি তোলা ☐
   (খ) কল্যাণকাম ৰাষ্ট্ৰ কৰি তোলা ☐
   (গ) কমিউনিষ্ট ৰাষ্ট্ৰ কৰি তোলা ☐
   (ঘ) ধনতান্ত্ৰিক ৰাষ্ট্ৰ কৰি তোলা ☐

৭। ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহ উল্লেখ থকা সংবিধানৰ অনুচ্ছেদ সমূহ হল—
   (ক) অনুচ্ছেদ ৪২—৫৮ ☐
   (খ) অনুচ্ছেদ ৩১—৪২ ☐
   (গ) অনুচ্ছেদ ৩৬—৫১ ☐
   (ঘ) অনুচ্ছেদ ৩৩—৪৮ ☐

৮। নিম্নোক্ত কোনশাৰী বাক্য শুদ্ধ ?
   (ক) ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহ চৰকাৰ সমূহৰ পালনৰ উদ্দেশ্য দিয়া হৈছে ☐
   (খ) ধৰ্ম সংক্ৰান্তীয় গোচৰৰ বিচাৰত ন্যায়ালয়ে ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰসমূহত চকু দিব লাগে ☐
   (গ) ভাৰতৰ প্ৰতিৰক্ষা বিভাগে ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহ সাল-সলনি কৰিব পাৰে
   (ঘ) ৰাষ্ট্ৰসংঘই ভাৰতৰ সংবিধানৰ পৰা ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহ উঠাই দিব পাৰে ☐

৯। নিম্নোক্ত কোনটো অনুচ্ছেদত এনে কথা কোৱা হৈছে যে ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহ কোনো ন্যায়ালয়

যাৰা বলবৎ কৰিব পৰা নহয় যদিওবা এই সূত্ৰ সমূহ দেশ শাসনৰ মূল ভেটী হব কিম্বা আইন প্ৰণয়ন কৰোঁতে এই সূত্ৰ সমূহ প্ৰয়োগ কৰাটো চৰকাৰৰ কৰ্তব্য হব ?

(ক) অনুচ্ছেদ ৩৯ ☐
(খ) অনুচ্ছেদ ৩৭ ☐
(গ) অনুচ্ছেদ ৩৮ ☐
(ঘ) অনুচ্ছেদ ৪০ ☐

১০। নিম্নোক্ত কোনটো নীতিক নিৰ্দেশক সূত্ৰৰ সমাজবাদী সূত্ৰ বুলি কব পাৰি ?

(ক) মুনিহ আৰু তিৰোতা উভয়ৰ হকে সমান কামৰ বাবে সমান দৰমহা ☐
(খ) সম্পদ আৰু উৎপাদনৰ আহিলাৰ কেন্দ্ৰীভূত কৰণত বাধা প্ৰদান ☐
(গ) শ্ৰমিক সকলৰ স্বাস্থ্যৰ সুৰক্ষা দিয়া ☐
(ঘ) ওপৰৰ আটাইকেইটা ☐

১১। নিম্নোক্ত কোনটো নীতিক নিৰ্দেশক সূত্ৰৰ সমাজবাদী সূত্ৰ বুলি কব নোৱাৰি ?

(ক) শ্ৰমিক সকলৰ স্বাস্থ্যৰ সুৰক্ষা ☐
(খ) মুনিহ আৰু তিৰোতা উভয়ৰ হকে সমান কামৰ বাবে সমান দৰমহা ☐
(গ) গাওঁ পঞ্চায়ত গঠনৰ ব্যৱস্থা ☐
(ঘ) সম্পদ আৰু উৎপাদনৰ আহিলাৰ কেন্দ্ৰীভূত কৰণত বাধা প্ৰদান ☐

১২। ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহৰ ৪০ অনুচ্ছেদত কি বিষয়ৰ নীতি দাঙি ধৰা হৈছে ?

(ক) গাওঁ পঞ্চায়ত গঠন ☐

(খ) কাৰ্য্য পালিকাৰ পৰা ন্যায় পালিকা পৃথকীকৰণ ☐

(গ) আন্তঃৰাষ্ট্ৰীয় শান্তি আৰু নিৰপত্তাৰ উৎকৰ্ষ সাধন ☐

(ঘ) কৃষি আৰু পশুপালন সংগঠন ☐

১৩। ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ সমূহৰ ৫১ অনুচ্ছেদত কি বিষয়ৰ নীতি দাঙি ধৰা হৈছে ?

(ক) উদ্যোগ পৰিচালনাত কৰ্মীৰ অংশ গ্ৰহণ ☐

(খ) ৰাষ্ট্ৰীয় গুৰুত্ব সম্পন্ন স্মাৰক আৰু স্থান আৰু বস্তু সমূহৰ সংৰক্ষণ ☐

(গ) নাগৰিকৰ বাবে সমৰূপীয় দেৱানী আইন ☐

(ঘ) আন্তঃৰাষ্ট্ৰীয় শান্তি আৰু নিৰাপত্তাৰ উৎকৰ্ষ সাধন ☐

---

ষষ্ঠ অধ্যায়

## ॥ মৌলিক কৰ্তব্য ॥

---

১। নিম্নোক্ত কোনটো সংশোধনীয়ে ভাৰতীয় সংবিধানত মৌলিক কৰ্তব্য সমূহ প্ৰৱৰ্ত্তন কৰিছে ?

(ক) ৩৩ তম সংশোধনী ☐

(খ) ৩৭ তম সংশোধনী ☐

(গ) ৪২ তম সংশোধনী ☐

(ঘ) ৪৪ তম সংশোধনী ☐

২। নিম্নোক্ত কোন শ্ৰেণীৰ নাগৰিকৰ বাবে ভাৰতীয় সংবিধানৰ মৌলিক কৰ্ত্তব্য সমুহ মানি চলাটো পালনীয় কৰ্ত্তব্য ?

(ক) প্ৰতিজন ভাৰতীয় নাগৰিক ☐

(খ) ভাৰত, পাকিস্থান, নেপালকে ধৰি অবিভক্ত ভাৰতীয় নাগৰিক ☐

(গ) বিদেশত বাস কৰা ভাৰতীয় নাগৰিক ☐

(ঘ) কেন্দ্ৰীয় চৰকাৰৰ চাকৰিয়ালৰ বাহিৰে প্ৰতিজন নাগৰিক ☐

৩। ভাৰতীয় সংবিধানৰ কোন ভাগত মৌলিক কৰ্ত্তব্য সমুহ সন্নিবিষ্ট কৰা আছে ?

(ক) তৃতীয় ভাগ ☐

(খ) চতুৰ্থ [ক] ভাগ ☐

(গ) পঞ্চম ভাগ ☐

(ঘ) ষষ্ঠ ভাগ ☐

৪। ভাৰতীয় সংবিধানত কেইটা মৌলিক কৰ্তব্যৰ উল্লেখ আছে ?

(ক) দহটা ☐

(খ) বাৰটা ☐

(গ) তেৰটা ☐

(ঘ) চৈধ্যটা ☐

৫। সংবিধানৰ কোনটো অনুচ্ছেদত মৌলিক কৰ্তব্য সমুহ সন্নিবিষ্ট কৰা হৈছে ?

(ক) অনুচ্ছেদ ১৫ ☐

(খ) অনুচ্ছেদ ৪৮ ☐

(গ) অনুচ্ছেদ ৫১ [ক] ☐

(ঘ) অনুচ্ছেদ ৫২ ☐

৬। নিম্নোক্ত কোনটো কৰ্তব্য ভাৰতীয় নাগৰিক সাংবিধানিক কৰ্তব্য বুলি গণ্য নহয়?

(ক) ভাৰতৰ সংবিধানক মানি চলা ☐

(খ) স্বাধীনতা আন্দোলনৰ আদৰ্শক অনুসৰণ কৰা ☐

(গ) ভাৰতৰ সাৰ্বভৌমত্ব ৰক্ষা কৰা ☐

(ঘ) ধনী শ্ৰেণীক সাহায্য কৰা ☐

৭। নিম্নোক্ত কোনখন সংবিধানত নাগৰিকৰ ওপৰত কৰ্তব্য আৰোপ কৰা হোৱা নাই?

(ক) ভাৰতৰ সংবিধান ☐

(খ) জাপানৰ সংবিধান ☐

(গ) ৰুচৰ সংবিধান ☐

(ঘ) আমেৰিকাৰ সংবিধান ☐

৮। শুদ্ধ উত্তৰ বাছা—

(ক) প্ৰতিজন ভাৰতীয় নাগৰিকে ভাৰতীয় সংবিধান মানি চলাটো কৰ্তব্য ☐

(খ) প্ৰতিজন ভাৰতীয় নাগৰিক ৰাজহুৱা সম্পত্তি সুৰক্ষা দিয়াটো কৰ্তব্য ☐

(গ) প্ৰতিজন ভাৰতীয়ে নাগৰিকে আমাৰ মিশ্ৰিত সংস্কৃতিৰ সংৰক্ষণ আৰু মূল্য দিয়াটো কৰ্তব্য ☐

(ঘ) উক্ত আটাইকেইটা শুদ্ধ ☐

৯। অশুদ্ধ উত্তৰ বাছা—

(ক) প্ৰতিজন ভাৰতীয় নাগৰিকে ভাৰতীয় সংবিধান মানি চলাটো কৰ্তব্য ☐

(খ) প্ৰতিজন ভাৰতীয় নাগৰিকে আমাৰ মিশ্ৰিত-সংস্কৃতিক সংৰক্ষণ আৰু মূল্য দিয়াটো কৰ্তব্য ☐

(গ) প্ৰতিজন ভাৰতীয় নাগৰিকে ভাৰতৰ সাৰ্বভৌমত্ব, ঐক্য আৰু সংহতি ৰক্ষা কৰাটো কৰ্তব্য ☐

(ঘ) প্ৰতিজন ভাৰতীয় নাগৰিকে বিদেশী ৰাজনৈতিক দলক সহায় কৰাটো কৰ্তব্য ☐

১০। হাবি, হ্ৰদ, নদী, বন্য প্ৰাণীক আদি সুৰক্ষা দিয়াটো প্ৰতিজন ভাৰতীয় নাগৰিকৰে—

(ক) মৌলিক অধিকাৰ ☐

(খ) মৌলিক কৰ্তব্য ☐

(গ) ৰাষ্ট্ৰীয় নীতিৰ নিৰ্দেশক সূত্ৰ ☐

(ঘ) জৰুৰীকালীন কৰ্তব্য ☐

**সপ্তম অধ্যায়**

## ॥ কেন্দ্ৰীয় কাৰ্যাপালিকা ॥

## ভাৰতৰ ৰাষ্ট্ৰপতি আৰু উপৰাষ্ট্ৰপতি

১। **সংবিধানৰ ৫২ অনুচ্ছেদ অনুসৰি ভাৰত গণৰাজ্যৰ কাৰ্য্যনিৰ্বাহক মুৰব্বী জনেই হল—**

(ক) প্ৰধান মন্ত্ৰী ☐

(খ) ৰাষ্ট্ৰপতি ☐

(গ) মুখ্য ন্যায়াধীশ ☐

(ঘ) সংসদৰ অধ্যক্ষ ☐

২। **ভাৰত গণৰাজ্যৰ ৰাষ্ট্ৰপতি গৰাকীক কেনেদৰে নিৰ্বাচিত কৰা হয় ?**

(ক) ভাৰতৰ সকলো প্ৰাপ্তবয়স্ক ভোটদাতাৰ দ্বাৰা প্ৰত্যক্ষভাবে ৰাষ্ট্ৰপতিক নিৰ্বাচিত কৰা হয় ☐

(খ) ভাৰতৰ লোকসভা আৰু ৰাজ্যসভাৰ যুটীয়া বৈঠক বহি ৰাষ্ট্ৰপতিক নিৰ্বাচিত কৰা হয় ☐

(গ) ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ সম্মতিক্ৰমে সমগ্ৰ উচ্চ ন্যায়ালয়ৰ দ্বাৰা ৰাষ্ট্ৰপতিক নিৰ্বাচিত কৰা হয় ☐

(ঘ) ভাৰতীয় সংসদৰ দুয়োটা সদনৰে নিৰ্বাচিত সদস্য আৰু ৰাজ্য বিধান সভা সমূহৰ নিৰ্বাচিত সদস্যক লৈ গঠিত এখন নিৰ্বাচক মণ্ডলীৰ দ্বাৰা পৰোক্ষ পদ্ধতিৰে ৰাষ্ট্ৰপতিক নিৰ্বাচিত কৰা হয় ☐

৩। **কাৰ্য্যভাৰ গ্ৰহণৰ দিনৰ পৰা ভাৰতৰ ৰাষ্ট্ৰপতিয়ে কিমান বছৰ কাল পদবী চলাব পাৰে ?**

(ক) চাৰি বছৰ ☐

(খ) পাঁচ বছৰ ☐

(গ) ছয় বছৰ ☐

(ঘ) তিনি বছৰ ☐

৪। **ভাৰতৰ ৰাষ্ট্ৰপতিৰ ক্ষেত্ৰত নিম্নোক্ত কোন কথাফাঁকি সত্য ?**

(ক) ৰাষ্ট্ৰপতিয়ে ৰাষ্ট্ৰপতিৰ পদৰ বাবে পুনৰ নিৰ্বাচনত নামিব নোৱাৰে ☐

(খ) ৰাষ্ট্ৰপতিয়ে ৰাষ্ট্ৰপতিৰ পদৰ বাবে পুনৰ নিৰ্বাচনত নামিব পাৰে ☐

(গ) পুনৰ নিৰ্বাচনৰ বাবে উচ্চতম ন্যায়ালয়ৰ সম্মতিৰ প্ৰয়োজন ☐

(ঘ) পুনৰ নিৰ্ব্বাচনৰ বাবে ৰাজ্য সভাত বিল উত্থাপন কৰিব লাগে ☐

৫। **ভাৰতৰ ৰাষ্ট্ৰপতিক কেনেদৰে পদৰ পৰা অপসাৰণ কৰিব পাৰি ?**

(ক) ৰাজ্যসভাত বিল গৃহীত কৰি ☐

(খ) উচ্চতম ন্যায়ালয়ত গোচৰৰ দ্বাৰা ☐

(গ) প্ৰধানমন্ত্ৰীৰ নিৰ্দেশৰ দ্বাৰা ☐

(ঘ) মহাভিযোগ প্ৰক্ৰিয়াৰ দ্বাৰা ☐

৬। **সংবিধানৰ ৫৬ অনুচ্ছেদ অনুসৰি ভাৰতৰ ৰাষ্ট্ৰপতিয়ে কালৈ লিখি নিজৰ পদত্যাগ দাখিল কৰিব পাৰে ?**

(ক) মুখ্য ন্যায়াধীশলৈ ☐

(খ) উপ-ৰাষ্ট্ৰপতিলৈ ☐

(গ) প্ৰধানমন্ত্ৰীলৈ ☐

(ঘ) ৰাষ্ট্ৰসংঘৰ সচিবলৈ ☐

৭। ৰাষ্ট্ৰপতিৰ পদত্যাগৰ পৰিপ্ৰেক্ষিতত কোনে সাময়িক ভাবে কাৰ্য্যভাৰ চলায় ?

(ক) লোকসভাৰ অধ্যক্ষই ☐

(খ) কেন্দ্ৰীয় আইনমন্ত্ৰীয়ে ☐

(গ) উপৰাষ্ট্ৰপতিয়ে ☐

(ঘ) মুখ্যন্যায়াধীশে ☐

৮। ৰাষ্ট্ৰপতিৰ নিৰ্বাচনৰ প্ৰাৰ্থীত্বৰ বাবে নিম্নোক্ত কোনটো অৰ্হতা নহলেও হয় ?

(ক) প্ৰাৰ্থী ভাৰতীয় নাগৰিক হব লাগিব ☐

(খ) প্ৰৰ্থী কমেও ৩৫ বছৰ বয়সৰ হব লাগিব ☐

(গ) প্ৰাৰ্থী স্নাতক ডিগ্ৰীধাৰী হব লাগিব ☐

(ঘ) প্ৰাৰ্থী লোক সভাৰ প্ৰৰ্থীত্বৰ বাবে অৰ্হতাযুক্ত হব লাগিব ☐

৯। ভাৰতৰ ৰাষ্ট্ৰপতিয়ে কিমান দৰমহা পায় ?

(ক) মাহিলি ৮০০০ টকা ☐

(খ) মাহিলি ১০,০০০ টকা ☐

(গ) মাহিলি ১৫,০০০ টকা ☐

(ঘ) মাহিলি ২০,০০০ টকা ☐

**১০। সংবিধানৰ ব্যৱস্থা অনুসৰি ভাৰতৰ ৰাষ্ট্ৰপতিৰ দৰমহা**

(ক) কাৰ্য্যভাৰ গ্ৰহণৰ এবছৰ পাচত হ্ৰাস কৰিব পাৰি ☐

(খ) পুনৰ নিৰ্বাচিত হলে দ্বিতীয় বাৰৰ পদকালীন সময়-ছোৱাত হ্ৰাস কৰিব পাৰি ☐

(গ) পদকালীন সময়ছোৱাত হ্ৰাস কৰিব নোৱাৰি ☐

(ঘ) যি কোনো সময়তে হ্ৰাস কৰিব পাৰি ☐

**১১। অৱসৰ গ্ৰহণৰ পাচত ৰাষ্ট্ৰপতিয়ে কিমান পৰিমাণৰ পেনছন লাভ কৰে ?**

(ক) বছৰি ১৫,000 টকা ☐

(খ) বছৰি ২0,000 টকা ☐

(গ) বছৰি ২৫,000 টকা ☐

(ঘ) বছৰি ৩0,000 টকা ☐

**১২। ৰাষ্ট্ৰপতিৰ নিৰ্বাচন সংক্ৰান্তত নিম্নোক্ত কোন কথা ফাঁকি অশুদ্ধ ?**

(ক) ৰাষ্ট্ৰপতিৰ নিৰ্বাচন আনুপাতিক প্ৰতিনিধিত্ব পদ্ধতি অনুসৰি একক হস্তান্তৰীয় ভোটৰ দ্বাৰা হয় ☐

(খ) ৰাষ্ট্ৰপতিৰ নিৰ্বাচন পৰোক্ষ ভোটৰ দ্বাৰা অনুষ্ঠিত হয় ☐

(গ) ৰাজ্য বিধানপৰিষদৰ সদস্যই ৰাষ্ট্ৰপতি নিৰ্বাচনত অংশ গ্ৰহণ নকৰে ☐

(ঘ) সংসদৰ দুয়োটা সদনৰ মনোনীত সদস্য সকলেও ৰাষ্ট্ৰপতি নিৰ্বাচনত অংশগ্ৰহণ কৰে ☐

১৩। ভাৰতীয় ৰাষ্ট্ৰপতিৰ নিৰ্বাচনক কি পদ্ধতিৰ নিৰ্বাচন বুলি কোৱা হয় ?

(ক) প্ৰত্যক্ষ নিৰ্বাচন ☐

(খ) পৰোক্ষ নিৰ্বাচন ☐

(গ) আংশিক প্ৰত্যক্ষ আৰু আংশিক পৰোক্ষ নিৰ্বাচন ☐

(ঘ) উক্ত এটাও নহয় ☐

১৪। ভাৰতৰ ৰাষ্ট্ৰপতিক কোনে কাৰ্য্যভাৰৰ শপত গ্ৰহণ কৰোৱায় ?

(ক) প্ৰধানমন্ত্ৰীয়ে ☐

(খ) ভাৰতৰ উপৰাষ্ট্ৰপতিয়ে ☐

(গ) ভাৰতৰ মুখ্য ন্যায়াধীশে ☐

(ঘ) লোকসভাৰ অধ্যক্ষই ☐

১৫। ৰাষ্ট্ৰপতি পদৰ বাবে কোনে নিৰ্বাচন পৰিচালনা কৰে ?

(ক) আইন মন্ত্ৰণালয়ে ☐

(খ) সংসদৰ সচিবে ☐

(গ) ভাৰতৰ উপৰাষ্ট্ৰপতিয়ে ☐

(ঘ) নিৰ্বাচনী আয়োগে ☐

১৬। সাংবিধানিক কাৰণত যেতিয়া ৰাষ্ট্ৰপতিৰ পদ খালি হয়, তেতিয়া সেই পদ কিমান সময়ৰ ভিতৰত পুৰাব লাগে ?

(ক) চাৰি মাহৰ ভিতৰত ☐

(খ) ছয় মাহৰ ভিতৰত ☐

(গ) এ বছৰত ভিতৰত ☐

(ঘ) দুবছৰৰ ভিতৰত ☐

১৭। ৰাষ্ট্ৰপতিৰ নিৰ্বাচন সংক্ৰান্তীয় বিবাদৰ সমাধান কৰিবলৈ কাৰ এক্তিয়াৰ আছে ?

(ক) উচ্চতম ন্যায়ালয়ৰ ☐
(খ) মুখ্য নিৰ্বাচনী আয়ুক্তৰ ☐
(গ) ভাৰতৰ মহাধিবক্তাৰ ☐
(ঘ) ৰাজ্য সভাৰ ☐

১৮। ভাৰতৰ ৰাষ্ট্ৰপতিক এনে ক্ষেত্ৰত অপসাৰিত কৰিব পাৰি যেতিয়া তেওঁ—

(ক) কেন্দ্ৰীয় আইনমন্ত্ৰীৰ আদেশ নামানে ☐
(খ) সংসদৰ বিৰোধী দলক অনুগ্ৰহ দেখুৱায় ☐
(গ) বিদেশী ধৰ্ম গ্ৰহণ কৰে ☐
(ঘ) সংবিধান ভঙ্গ কৰে ☐

১৯। নিম্নোক্ত কোনটো কথা শুদ্ধ যে ভাৰতৰ সংবিধানে ৰাষ্ট্ৰপতিক এনে ক্ষমতা দিছে যাৰ দ্বাৰা তেওঁ—

(ক) ইচ্ছামতে উপৰাষ্ট্ৰপতিক বৰ্খাস্ত কৰিব পাৰে ☐
(খ) মৃত্যুদণ্ডৰ ক্ষমাদান দিব পাৰে ☐
(গ) ইচ্ছামতে কেবিনেট মন্ত্ৰী লব পাৰে ☐
(ঘ) সংসদত বিৰোধী দল নিৰ্মূল কৰিব পাৰে ☐

২০। ৰাষ্ট্ৰপতিৰ পদমৰ্য্যদাৰ খাতিৰত নিম্নোক্ত কোন কথা ফাঁকি শুদ্ধ, বিচাৰ কৰা—

(ক) ভাৰতৰ ৰাষ্ট্ৰপতি ৰাষ্ট্ৰৰ প্ৰকৃত মুৰব্বী ☐
(খ) ভাৰতৰ ৰাষ্ট্ৰপতি ৰাষ্ট্ৰসংঘৰো সভাপতি ☐

(গ) ভাৰতৰ ৰাষ্ট্ৰপতি ৰাষ্ট্ৰৰ নামমাত্ৰ মুৰব্বী ☐

(ঘ) ভাৰতৰ ৰাষ্ট্ৰপতি ন্যায়পালিকাৰ মুৰব্বী ☐

২১। নিম্নোক্ত কোন ব্যক্তিক ৰাষ্ট্ৰপতিৰ দ্বাৰা নিযুক্তি দিয়া নহয় ?

(ক) ভাৰতৰ মুখ্য ন্যায়াধীশ ☐

(খ) ৰাজ্যৰ ৰাজ্যপাল ☐

(গ) ভাৰতৰ প্ৰধানমন্ত্ৰী ☐

(ঘ) ৰাজ্যৰ গৃহমন্ত্ৰী ☐

২২। ৰাষ্ট্ৰপতিৰ ক্ষেত্ৰত নিম্নোক্ত কোন কথাষাৰ শুদ্ধ বুলি কব পাৰি ?

(ক) ৰাষ্ট্ৰপতি উচ্চতম ন্যায়ালয়ৰ পদেন ন্যায়াধীশ ☐

(খ) ৰাষ্ট্ৰপতি কেন্দ্ৰীয় আইনমন্ত্ৰীৰ সহযোগী ☐

(গ) ৰাষ্ট্ৰপতি পৰিকল্পনা আয়োগৰ পদেন সভাপতি ☐

(ঘ) ৰাষ্ট্ৰপতি ভাৰত গণৰাজ্যৰ প্ৰতিৰক্ষা বাহিনীৰ মুখ্যাধিনায়ক ☐

২৩। ৰাষ্ট্ৰপতিৰ ক্ষমতা সম্পৰ্কত তলৰ কোনটো ক্ষমতা দৰাচলতে ৰাষ্ট্ৰপতিৰ ক্ষমতা নহয় ?

(ক) ৰাষ্ট্ৰপতিয়ে সংসদলৈ সদস্য মনোনীত কৰিব পাৰে ☐

(খ) ৰাষ্ট্ৰপতিয়ে যুদ্ধ ঘোষণা কৰিব পাৰে ☐

(গ) ৰাষ্ট্ৰপতিয়ে সংসদত গৃহীত বিলত স্বাক্ষৰ কৰিব পাৰে ☐

(ঘ) ৰাষ্ট্ৰপতিয়ে যিকোনো সময়তে নিৰ্দেশযোগে ৰাজ্য সভা ভঙ্গ কৰিব পাৰে ☐

২৪। নিম্নোক্ত কোনটো ক্ষমতা ৰাষ্ট্ৰপতিৰ বিত্তীয় ক্ষমতা বুলি কব পাৰি ?

(ক) ৰাষ্ট্ৰপতিয়ে ৰাজ্যপাল নিযুক্ত কৰে ☐

(খ) ৰাষ্ট্ৰপতিয়ে বিত্ত আয়োগ নিযুক্ত কৰে ☐

(গ) ৰাষ্ট্ৰপতিয়ে সংসদলৈ সদস্য মনোনীত কৰে ☐

(ঘ) ৰাষ্ট্ৰপতিয়ে জৰুৰীকালীন অৱস্থা ঘোষণা কৰে ☐

২৫। সংবিধানৰ কোন অনুচ্ছেদৰ অধীনত ৰাষ্ট্ৰপতিয়ে দেশত জৰুৰীকালীন অৱস্থাৰ ঘোষণা কৰিব পাৰে ?

(ক) অনুচ্ছেদ ৩৪২ ☐

(খ) অনুচ্ছেদ ৩৬১ ☐

(গ) অনুচ্ছেদ ২২৬ ☐

(ঘ) অনুচ্ছেদ ৩৫ ☐

২৬। সংবিধনাৰ কোন অনুচ্ছেদৰ অধীনত ৰাষ্ট্ৰপতিয়ে কোনো ৰাজ্যত ৰাষ্ট্ৰপতি শাসন জাৰি কৰিব পাৰে ?

(ক) অনুচ্ছেদ ৩৫১ ☐

(খ) অনুচ্ছেদ ৩৬২ ☐

(গ) অনুচ্ছেদ ৩৪৬ ☐

(ঘ) অনুচ্ছেদ ৩৫০ ☐

২৭। সংবিধানৰ কোন অনুচ্ছেদৰ অধীনত ৰাষ্ট্ৰপতিয়ে দেশত বিত্তীয় জৰুৰী অৱস্থা ঘোষণা কৰিব পাৰে ?

(ক) অনুচ্ছেদ ৩৬০ ☐

(খ) অনুচ্ছেদ ৩৭০ ☐

(গ) অনুচ্ছেদ ৩৫২ ☐

(ঘ) অনুচ্ছেদ ৩৫৬ ☐

২৮। **ভাৰতৰ ৰাষ্ট্ৰপতিয়ে কেতিয়া চৰকাৰী চাকৰিয়াল সকলৰ দৰমহা বা ভাট্টা হ্ৰাস কৰিব পাৰে ?**

(ক) যেতিয়া বহিঃ আক্ৰমণৰ ফলত সমগ্ৰ দেশত জৰুৰী অৱস্থাৰ ঘোষণা কৰা হয় ☐

(খ) যেতিয়া কোনো এখন ৰাজ্যত ৰাষ্ট্ৰপতিৰ শাসন জাৰি কৰিবলগীয়া হয় ☐

(গ) যেতিয়া দেশত বিত্তীয় জৰুৰীঅৱস্থা ঘোষণা কৰা হয় ☐

(ঘ) যেতিয়া আভ্যন্তৰীণ কন্দলৰ কাৰণে দেশত জৰুৰী অৱস্থা জাৰি কৰিব লগীয়া হয় ☐

২৯। **নিম্নোক্ত কোনশ্ৰেণীৰ জৰুৰী অৱস্থা বৰ্ত্তমানলৈকে ভাৰতত ঘোষিত হোৱা নাই ?**

(ক) বহিঃদেশীয় জৰুৰী অৱস্থা ☐

(খ) অন্তঃদেশীয় জৰুৰী অৱস্থা ☐

(গ) ৰাষ্ট্ৰপতীয় শাসন ☐

(ঘ) বিত্তীয় জৰুৰী অৱস্থা ☐

৩০। **যেতিয়া ৰাষ্ট্ৰপতিয়ে জৰুৰী অৱস্থা ঘোষণা কৰে তেতিয়া তেনে ঘোষণা কত দাখিল কৰিব লাগে**

(ক) ভাৰতৰ ৰিৰ্জাভ বেঙ্কত ☐

(খ) নিৰ্বাচনী আয়োগত ☐

(গ) সংসদৰ দুয়োটা সদনত ☐
(ঘ) উচ্চতম ন্যায়ালয়ত ☐

৩১। ৰাষ্ট্ৰপতিয়ে জাৰি কৰা জৰুৰী অৱস্থাৰ ঘোষণা সংসদৰ অনুমোদন অবিহনে কিমান দিনৰ পাচত সমাপ্ত হয় ?
(ক) এমাহৰ পাচত ☐
(খ) দুমাহৰ পাচত ☐
(গ) তিনিমাহৰ পাচত ☐
(ঘ) চাৰি মাহৰ পাচত ☐

৩২। ৰাষ্ট্ৰপতিয়ে জাৰি কৰা জৰুৰী অৱস্থাৰ ঘোষণা সংসদৰ দ্বাৰা অনুমোদিত হলে প্ৰথম অৱস্থাত একেৰাহে কিমান দিন পৰ্য্যন্ত বলবৎ থাকে ?
(ক) চাৰিমাহ পৰ্য্যন্ত ☐
(খ) ছমাহ পৰ্য্যন্ত ☐
(গ) আঠমাহ পৰ্য্যন্ত ☐
(ঘ) উক্ত এটাও নহয় ☐

৩৩। কোনো ৰাজ্যত জাৰি কৰা ৰাষ্ট্ৰপতি শাসনৰ ঘোষণা সংসদৰ অনুমোদন অবিহনে কিমান দিনৰ পাচত সমাপ্ত হয় ?
(ক) দুমাহৰ পাচত ☐
(খ) তিনিমাহৰ পাচত ☐
(গ) চাৰিমাহৰ পাচত ☐
(ঘ) উক্ত এটাও নহয় ☐

৩৪। আভ্যন্তৰীণ অৰাজকতাৰ কাৰণে ৩৫২ অনুচ্ছেদৰ অধীনত

ভাৰতত পোন প্ৰথম কেতিয়া জৰুৰী অৱস্থা জাৰি কৰা হৈছিল ?

(ক) ১৯৭৩ চনত ☐

(খ) ১৯৭৪ চনত ☐

(গ) ১৯৭৫ চনত ☐

(ঘ) ১৯৭৬ চনত ☐

৩৫। নিম্নোক্ত কোনটো জৰুৰী অৱস্থা ভাৰতত সবাতোকৈ বেচি বাৰ জাৰি কৰা হৈছে ?

(ক) ৩৬০ অনুচ্ছেদৰ অধীনত জাৰি কৰা বিত্তীয় জৰুৰী অবস্থা

(খ) ৩৫২ অনুচ্ছেদৰ অধীনত জাৰি কৰা বহিঃদেশীয় জৰুৰী অবস্থা

(গ) ৩৫২ অনুচ্ছেদৰ অধীনত জাৰি কৰা অন্তঃদেশীয় জৰুৰী অৱস্থা ☐

(ঘ) ৩৫৬ অনুচ্ছেদৰ অধীনত জাৰি কৰা সাংবিধানিক জৰুৰী অবস্থা অথবা ৰাষ্ট্ৰপতি শাসন

৩৬। সংবিধান অনুসৰি ভাৰতত কেইজন উপৰাষ্ট্ৰপতি থাকিব লাগে ?

(ক) এজন ☐

(খ) দুজন ☐

(গ) তিনিজন ☐

(ঘ) চাৰিজন ☐

৩৭। সংবিধান অনুসৰি উপৰাষ্ট্ৰপতি গৰাকী এনে এজন লোক হ'ব লাগিব যি গৰাকী......

(ক) দক্ষিণ ভাৰতীয় নাগৰিক ☐

(খ) উত্তৰ ভাৰতীয় নাগৰিক ☐

(গ) পূৰ্ব ভাৰতীয় নাগৰিক ☐

(ঘ) ভাৰতীয় নাগৰিক ☐

৩৮। সংবিধান অনুসৰি ভাৰতৰ উপৰাষ্ট্ৰপতি গৰাকীক...

(ক) উচ্চতম ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশে নিযুক্ত দিয়ে ☐

(খ) ভাৰতৰ জনগণে প্ৰত্যক্ষ ভোটৰ দ্বাৰা নির্বাচন কৰে ☐

(গ) সংসদৰ দুয়োটা সদনৰ সদস্যৰে গঠিত নির্বাচক মণ্ডলীয়ে নির্বাচন কৰে ☐

(ঘ) ৰাজ্য বিধান সভা সমূহৰ সদস্যৰে গঠিত নির্বাচক মণ্ডলীয়ে নির্বাচন কৰে ☐

৩৯। উপৰাষ্ট্ৰপতি নির্বাচনৰ বাবে নিম্নোক্ত কোনটো অৰ্হতা প্ৰাৰ্থীৰ আৱশ্যকীয় অৰ্হতা নহয় ?

(ক) প্ৰাৰ্থী ভাৰতীয় নাগৰিক হ'ব লাগিব ☐

(খ) প্ৰাৰ্থী কমেও ৩৫ বছৰ বয়সৰ হ'ব লাগিব ☐

(গ) প্ৰাৰ্থী ৰাজ্য সভাৰ প্ৰাৰ্থীত্বৰ বাবে অৰ্হত সম্পন্ন হ'ব লাগিব

(ঘ) প্ৰাৰ্থী কলা, বিজ্ঞান আদি বিষয়ত বিশেষ জ্ঞান থকা হ'ব লাগিব ☐

৪০। **ভাৰতৰ উপৰাষ্ট্ৰপতিৰ কাৰ্যকাল কিমান বছৰ ?**

(ক) তিনি বছৰ ☐

(খ) চাৰি বছৰ ☐

(গ) পাঁচ বছৰ ☐

(ঘ) ছয় বছৰ ☐

৪১। **ভাৰতৰ উপৰাষ্ট্ৰপতিয়ে কালৈ লিখি পদত্যাগ কৰিব পাৰে ?**

(ক) প্ৰধানমন্ত্ৰী ☐

(খ) আইনমন্ত্ৰী ☐

(গ) ৰাষ্ট্ৰপতি ☐

(ঘ) নিৰ্বাচনী আয়ুক্ত ☐

৪২। **নিম্নোক্ত কোনটো সাংবিধানিক পদ্ধতিৰ দ্বাৰা ভাৰতৰ উপ-ৰাষ্ট্ৰপতিক পদৰ পৰা অপসাৰণ কৰিব পাৰি ?**

(ক) সংসদৰ দুয়োটা সদনৰ যুটীয়া বৈঠকত দুই-তৃতীয়াংশ ভোটৰ দ্বাৰা ☐

(খ) ৰাজ্য সভাৰ প্ৰস্তাৱ সংখ্যাগৰিষ্ঠতাৰে গৃহীত হলে আৰু তাত লোক সভাৰ সম্মতিৰ দ্বাৰা ☐

(গ) কেৱল ৰাজ্য সভাৰ দুই-তৃতীয়াংশ ভোটৰ প্ৰস্তাৱে গ্ৰহণৰ দ্বাৰা ☐

(ঘ) কেৱল লোক সভাৰ অনাস্থা প্ৰস্তাৱৰ দ্বাৰা ☐

৪৩। **ৰাষ্ট্ৰপতিয়ে কেইটা কাৰ্য্যকালৰ কাৰণে নিৰ্বাচনত নামিব পাৰে ?**

(ক) মাত্ৰ এবাৰৰ কাৰণে ☐

(খ) মাত্ৰ দুটা কাৰ্য্যকালৰ কাৰণে ☐

(গ) মাত্র তিনটি কাৰ্য্যকালৰ কাৰণে ☐

(ঘ) বাৰম্বাৰ নির্বাচনত নামিব পাৰে ☐

৪৪। উপৰাষ্ট্ৰপতিয়ে নিম্নোক্ত কোন সদনৰ পদেন সভাপতি হয় ?

(ক) ৰাজ্য সভাৰ ☐

(খ) লোক সভাৰ ☐

(গ) ৰাজ্য বিধান সভাৰ ☐

(ঘ) ৰাজ্য বিধান পৰিষদ ☐

৪৫। ৰাষ্ট্ৰপতিৰ পদ খালি হলে, উপৰাষ্ট্ৰপতিয়ে কিমান দিনলৈকে ৰাষ্ট্ৰপতি হিচাবে কাৰ্যনির্বাহ কৰিব পাৰে ?

(ক( তিনিমাহ ☐

(খ) চাৰিমাহ ☐

(গ) ছমাহ ☐

(ঘ) এবছৰ ☐

৪৬। উপৰাষ্ট্ৰপতিৰ নির্বাচন সংক্রান্তত কিবা বিবাদ উত্থাপিত হলে, সেই বিবাদ কোনে সমাধান কৰে ?

(ক) উচ্চতম ন্যায়ালয়ে ☐

(খ) এলাহাবাদ উচ্চ ন্যায়ালয়ে ☐

(গ) কেবিনেট মন্ত্ৰীসভাই ☐

(ঘ) কেন্দ্ৰীয় আইন মন্ত্ৰীয়ে ☐

৪৭। যেতিয়া উপৰাষ্ট্ৰপতিয়ে ৰাষ্ট্ৰপতিৰ পদত কাৰ্য্যনির্বাহ কৰে, তেতিয়া তেওঁ—

(ক) আগৰ দৰমহাই পায় ☐

(খ) আগৰ দৰমহাতকৈ পাঁচশ টকা অধিক পায় ☐

(গ) ৰাষ্ট্রপতিৰ আধা দৰমহা পায় ☐

(ঘ) ৰাষ্ট্রপতি হিচাবে ৰাষ্ট্রপতিয়ে লাভ কৰা দৰমহা পায় ☐

৪৮। নিম্নোক্ত কোন ফাঁকি কথা শুদ্ধ বিচাৰ কৰা—

(ক) যেতিয়া উপৰাষ্ট্রপতিয়ে ৰাষ্ট্রপতিৰ পদত কাৰ্য্য-নিৰ্বাহ কৰে, তেতিয়া তেওঁ ৰাজ্য সভাৰ পদেন সভাপতি হব নোৱাৰে ☐

(খ) ভাৰতৰ মুখ্য ন্যায়াধীশৰ অনুপস্থিতিত উপৰাষ্ট্র-পতিয়ে তেওঁৰ পদত কাৰ্যনিৰ্বাহ কৰে ☐

(গ) উপৰাষ্ট্রপতিয়ে ৰাজ্য সভা ভঙ্গ কৰিব পাৰে ☐

(ঘ) উপৰাষ্ট্রপতিয়ে সংসদৰ অনাস্থা প্ৰস্তাৱ সমূহত ভোট দিব পাৰে ☐

৪৯। উপৰাষ্ট্রপতিক কাৰ্য্যভাৰৰ শপত গ্রহণ কোনে কৰোৱায় ?

(ক) প্ৰধান মন্ত্রীয়ে ☐

(খ) মুখ্য ন্যায়াধীশে ☐

(গ) মুখ্য নিৰ্বাচনী আয়ুক্তই ☐

(ঘ) ৰাষ্ট্রপতিয়ে ☐

অষ্টম অধ্যায়

## ॥ কেন্দ্ৰীয় মন্ত্ৰী পৰিষদ ॥

## প্ৰধানমন্ত্ৰী আৰু মন্ত্ৰী পৰিষদ

**১ কেন্দ্ৰীয় মন্ত্ৰী পৰিষদৰ প্ৰধানজনক কি বুলি কোৱা হয় ?**

(ক) ৰাষ্ট্ৰপতি ☐

(খ) প্ৰধানমন্ত্ৰী ☐

(গ) গৃহমন্ত্ৰী ☐

(ঘ) বৈদেশিক পৰিক্ৰমাৰ মন্ত্ৰী ☐

**২। সংবিধানৰ ৭৫ (১) অনুচ্ছেদ অনুসৰি ভাৰতৰ প্ৰধানমন্ত্ৰীক কোনে নিযুক্তি দিয়ে ?**

(ক) ৰাষ্ট্ৰপতি ☐

(খ) গৃহমন্ত্ৰী ☐

(গ) মুখ্য ন্যায়াধীশ ☐

(ঘ) মুখ্য নিৰ্বাচনা আয়ুক্ত ☐

**৩। কেন্দ্ৰীয় মন্ত্ৰী পৰিষদৰ সতীৰ্থ মন্ত্ৰী সকলক কোনে আৰু কিদৰে নিযুক্তি দিয়ে ?**

(ক) ৰাষ্ট্ৰপতিৰ পছন্দ অনুসৰি ৰাষ্ট্ৰপতিয়েই নিযুক্তি দিয়ে ☐

(খ) প্ৰধান মন্ত্ৰীৰ পছন্দ অনুসৰি প্ৰধান মন্ত্ৰীয়েই নিযুক্তি দিয়ে ☐

(গ) গৃহমন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে ৰাষ্ট্ৰপতিয়ে নিযুক্তি দিয়ে . ☐

(ঘ) প্ৰধানমন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে ৰাষ্ট্ৰপতিয়ে নিযুক্তি দিয়ে ☐

৪। ভাৰতৰ ৰাষ্ট্ৰপতিয়ে কোনো মন্ত্ৰীক কি অনুক্ৰমে বৰ্খাস্ত কৰে ?
(ক) নিজৰ বিবেচনা ক্ৰমে ☐
(খ) আইন মন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে ☐
(গ) গৃহমন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে ☐
(ঘ) প্ৰধান মন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে ☐

৫। সংবিধানৰ ৭৪ (২) অনুচ্ছেদ অনুসৰি মন্ত্ৰীবৰ্গই ৰাষ্ট্ৰপতিক কি পৰামৰ্শ দিয়ে, সেই প্ৰশ্ন—
(ক) উচ্চতম ন্যায়ালয়ত উত্থাপিত হ'ব ☐
(খ) কোনো ন্যায়ালয়তে উত্থাপিত নহ'ব ☐
(গ) উচ্চতম ন্যায়ালয়ৰ বাহিৰে অন্য যি কোনো ন্যায়ালয়তে উত্থাপিত হ'ব ☐
(ঘ) কেৱল দিল্লী উচ্চ ন্যায়ালয়তহে হ'ব ☐

৬। নিজৰ কাৰ্য্যভাৰ গ্ৰহণত প্ৰধানমন্ত্ৰীক আৰু অন্যান্য মন্ত্ৰী সকলক কোনে শপত গ্ৰহণ কৰোৱায় ?
(ক) উপৰাষ্ট্ৰপতি ☐
(খ) মহাধিবক্তা ☐
(গ) ৰাষ্ট্ৰপতি ☐
(ঘ) মুখ্য ন্যায়াধীশ ☐

৭। সংবিধানৰ ৭৫ (৩) অনুচ্ছেদ অনুসৰি মন্ত্ৰী পৰিষদখন সামুহিক ভাৱে কাৰ ওচৰত জগবীয়া ?
(ক) ৰাজ্যসভা ☐
(খ) লোক সভা ☐
(গ) উচ্চতম ন্যায়ালয় ☐

(ঘ) নিৰ্বাচনী আয়োগ ☐

৮। নিম্নোক্ত কোন কথা ফাঁকি শুদ্ধ বাছি উলিওৱা—

(ক) ৰাজ্যপালৰ পদ খালি হলে, কেন্দ্ৰীয় মন্ত্ৰীয়ে অস্থায়ী কাৰ্য্যনিৰ্বাহ চলাব পাৰে ☐

(খ) মন্ত্ৰীসকলৰ দৰমহা কোনো ক্ষেত্ৰতে সংসদে হ্ৰাস-বৃদ্ধি কৰিব নোৱাৰে ☐

(গ) কেন্দ্ৰীয় মন্ত্ৰীয়ে ন্যায়াধিশৰো কাৰ্য্যনিৰ্বাহ কৰিব পাৰে ☐

(ঘ) কেন্দ্ৰীয় মন্ত্ৰীসকলৰ দৰমহা সময়ে সময়ে সংসদে আইনযোগে নিৰ্দিষ্ট কৰিব পাৰে ☐

৯। নিম্নোক্ত কোন কথাফাঁকি অশুদ্ধ বাছি উলিওৱা—

(ক) কেবিনেট সভাত সদায় ৰাষ্ট্ৰপতিয়ে সভাপতিত্ব কৰে ☐

(খ) কেবিনেট সভা সঘনে বহে ; মন্ত্ৰীপৰিষদৰ সভা কেতিয়াবাহে বহে ☐

(গ) গুৰুত্বপূৰ্ণ চৰকাৰী নীতি সমূহ কেবিনেট সভাত সিদ্ধান্ত কৰে ☐

(ঘ) কেবিনেট সভাখন সৰু আৰু ইয়াত গধুৰ দায়িত্ব সমূহ থাকে ☐

১০। কোনো ব্যক্তিক সংসদ সদস্য নোহোৱাকৈ কিমান দিনলৈকে মন্ত্ৰীপদত ৰাখিব পাৰি ?

(ক) চাৰিমাহ ☐

(খ) ছমাহ ☐

(গ) দহমাহ ☐

(ঘ) এবছৰ ☐

১১। কেন্দ্ৰীয় মন্ত্ৰীপৰিষদত কেইটা স্তৰ আছে ?

(ক) দুটা স্তৰ ☐

(খ) তিনিটা স্তৰ ☐

(গ) চাৰিটা স্তৰ ☐

(ঘ) উক্ত এটাও নহয় ☐

১২। কেন্দ্ৰীয় মন্ত্ৰী পৰিষদৰ তিনিটা স্তৰৰ ভিতৰত কোনটো শাৰীক দ্বিতীয় স্তৰত থোৱা হয় ?

(ক) ৰাজ্য মন্ত্ৰী ☐

(খ) কেবিনেট মন্ত্ৰী ☐

(গ) উপমন্ত্ৰী ☐

(ঘ) উক্ত এটাও নহয় ☐

১৩। নিম্নোক্ত কোনটো কাৰ্য্য কেবিনেট কাৰ্য্য বুলি কলে ভূল হব ?

(ক) কেবিনেটে ৰাষ্ট্ৰপতিক পৰামৰ্শ দিয়ে ☐

(খ) কেবিনেটে কেন্দ্ৰীয় বাজেট গৃহীত কৰে ☐

(গ) চৰকাৰ ঘাই ঘাই পদ সমূহত কেবিনেটে নিযুক্তি দিয়ে ☐

(ঘ) কেবিনেটে চৰকাৰৰ গুৰুত্বপূৰ্ণ সিদ্ধান্তসমূহ গ্ৰহণ কৰে ☐

১৪। তলৰ কোন শাৰী বাক্য অশুদ্ধ আঙুলিয়াই দিয়া—

(ক) প্ৰধানমন্ত্ৰীৰ পদত্যাগ মানেই মন্ত্ৰীপৰিষদৰ পদত্যাগ ☐

(খ) প্ৰধানমন্ত্ৰীয়ে সতীৰ্থ মন্ত্ৰীৰ দায়িত্ব বণ্টন কৰিব পাৰে ☐

(গ) প্ৰধানমন্ত্ৰীয়ে পদত্যাগ কৰিলে ৰাষ্ট্ৰপতিয়েও পদত্যাগ কৰিব লাগিব ☐

(ঘ) এজন মন্ত্ৰীৰ বিৰুদ্ধে অনাস্থা প্ৰস্তাব দিয়া মানেই সকলো মন্ত্ৰীৰ বিৰুদ্ধে দিয়া ☐

১৫। যেতিয়া কোনো এজন সতীৰ্থ মন্ত্ৰীয়ে প্ৰধানমন্ত্ৰীৰ ওচৰত বিশ্বাস হেৰুৱায়, তেতিয়া প্ৰধানমন্ত্ৰীয়ে—

(ক) তেওঁক বৰ্খাস্ত কৰিব নোৱাৰে ☐

(খ) তেওঁক ইচ্ছামতে বৰ্খাস্ত কৰিব পাৰে ☐

(গ) তেওঁক একো কৰিব নোৱাৰে ☐

(ঘ) ৰাষ্ট্ৰপতিক পৰামৰ্শ দি তেওঁক বৰ্খাস্ত কৰাব পাৰে ☐

১৬। প্ৰচলিত ব্যৱস্থানুসৰি দেখা যায় যে ভাৰতত সাধাৰণতে প্ৰধানমন্ত্ৰী গৰাকী—

(ক) ৰাজ্যসভাৰ পৰা আহে ☐

(খ) লোকসভাৰ পৰা আহে ☐

(গ) সংসদৰ পৰা আহে ☐

(ঘ) বিধান সভাৰ পৰা আহে ☐

১৭। নিম্নোক্ত কোনটো চৰিত্ৰ ভাৰতীয় কেবিনেট-পদ্ধতিৰ বৈশিষ্ট্য নহয় ?

(ক) প্ৰধানমন্ত্ৰীয়ে কেবিনেট সভাত সভাপতিত্ব কৰে ☐

(খ) কেবিনেটে চৰকাৰৰ গুৰুত্বপূৰ্ণ সিদ্ধান্তসমূহ গ্ৰহণ কৰে

(গ) কেবিনেট মন্ত্ৰীক ৰাষ্ট্ৰপতিৰ ইচ্ছা অনুসৰি লোৱা হয় ☐

(ঘ) কেবিনেটৰ কাৰ্যক্ৰমণিকা গোপনে কৰা হয় ☐

১৮। প্ৰধানমন্ত্ৰীৰ ক্ষমতা সম্পৰ্কত তলৰ কোনটো ক্ষমতা সঁচা নহয় ?

(ক) প্ৰধানমন্ত্ৰীয়ে কেবিনেট সিদ্ধান্তসমূহ ৰাষ্ট্ৰপতিক জনায় ☐

(খ) প্ৰধানমন্ত্ৰীয়ে মৃত্যুদণ্ডৰে দণ্ডিত অপৰাধীক ক্ষমাদান কৰিব পাৰে ☐

(গ) প্ৰধানমন্ত্ৰীয়ে কেবিনেট সভাত সভাপতিত্ব কৰে ☐

(ঘ) প্ৰধানমন্ত্ৰীয়ে সতীৰ্থ মন্ত্ৰীৰ দপ্তৰ বণ্টনত ৰাষ্ট্ৰপতিক পৰামৰ্শ দিয়ে ☐

১৯। তলৰ বাক্যসমূহত যদি অশুদ্ধ কথা আছে, বাছি উলিওৱা

(ক) প্ৰধানমন্ত্ৰী শাসকদলৰ দলপতি ☐

(খ) প্ৰধানমন্ত্ৰী কেবিনেটৰ মুৰব্বী ☐

(গ) প্ৰধানমন্ত্ৰী ৰাষ্ট্ৰৰ মুৰব্বী ☐

(ঘ) প্ৰধানমন্ত্ৰী চৰকাৰৰ মুৰব্বী ☐

২০। তলৰ কোনটো বাক্য শুদ্ধ তাক নিৰ্ণয় কৰা

(ক) প্ৰধানমন্ত্ৰী বিৰোধ দলৰ দলপতি ☐

(খ) প্ৰধানমন্ত্ৰী ৰাষ্ট্ৰৰ মুৰব্বা ☐

(গ) প্ৰধানমন্ত্ৰী উচ্চতম ন্যায়ালয়ৰ পদেন ন্যায়াধীশ ☐

(ঘ) প্ৰধানমন্ত্ৰী চৰকাৰৰ মুৰব্বী ☐

২১। মন্ত্ৰী পৰিষদ খন বৰ্ত্তি থাকিবলৈ হলে কাৰ আস্থাৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হয়?

(ক) ৰাষ্ট্ৰপতি ☐
(খ) লোকসভা ☐
(গ) উচ্চতম ন্যায়ালয় ☐
(ঘ) ৰাজ্যসভা ☐

২২। মন্ত্ৰী পৰিষদৰ বিৰুদ্ধে নিম্নোক্ত কোনে অনাস্থা প্ৰস্তাৱ দিব পাৰে?

(ক) ৰাজ্যসভা ☐
(খ) নিৰ্বাচনী আয়োগ ☐
(গ) উচ্চতম ন্যায়ালয় ☐
(ঘ) লোকসভা ☐

২৩। কেন্দ্ৰীয় বাজেট কোনে প্ৰস্তুত কৰে?

(ক) কেবিনেটে ☐
(খ) লোকসভাই ☐
(গ) ৰাজ্যসভাই ☐
(ঘ) উপৰাষ্ট্ৰপতিয়ে ☐

২৪। কেবিনেটে যি পৰামৰ্শ দিয়ে, সেই পৰামৰ্শ সমূহ ৰাষ্ট্ৰপতিয়ে—

(ক) মানি চলিব নালাগে ☐
(খ) কেতিয়াবা মানিব লাগে ☐
(গ) মানিবলৈ সাংবিধানিক ভাবে দায়বদ্ধ ☐
(ঘ) মানি চলাৰ প্ৰশ্নই নুঠে ☐

নবম অধ্যায়

## ॥ কেন্দ্ৰীয় সংসদ ॥

## লোকসভা আৰু ৰাজ্যসভা

১। ভাৰতৰ কেন্দ্ৰীয় বিধান মণ্ডল বা আইন সভাৰ নাম কি ?

(ক) কেবিনেট ☐

(খ) বিধান পৰিষদ ☐

(গ) বিধান সভা ☐

(ঘ) সংসদ ☐

২। ভাৰতৰ সংসদৰ নিম্ন সদনৰ নাম কি ?

(ক) ৰাজ্যসভা ☐

(খ) লোকসভা ☐

(গ) সংসদ ☐

(ঘ) বিধানসভা ☐

৩। ভাৰতৰ সংসদৰ উচ্চ সদনৰ নাম কি ?

(ক) ৰাজ্যসভা ☐

(খ) সংসদ ☐

(গ) বিধান পৰিষদ ☐

(ঘ) লোকসভা ☐

৪। লোকসভাৰ সৰ্বমুঠ সদস্য সংখ্যা কিমান ?

(ক ৪৩০ ☐

(খ) ৫৪৫ ☐

(গ) ৬২০ ☐

(ঘ) ৩৫০ ☐

৫। ৰাজ্যসভাৰ সৰ্বমুঠ সদস্য সংখ্যা কিমান ?

(ক) ২৫০ ☐

(খ) ২৮০ ☐

(গ) ৩৫০ ☐

(ঘ) ৩৮০ ☐

৬। ভাৰতৰ ৰাষ্ট্ৰপতিয়ে লোকসভালৈ কেইজন সদস্য মনোনীত কৰিব পাৰে ?

(ক) চাৰিজন ☐

(খ) ছজন ☐

(গ) দহজন ☐

(ঘ) দুজন ☐

৭। ৰাষ্ট্ৰপতিয়ে লোকসভালৈ মনোনীত কৰা সদস্য দুজন কোন সম্প্ৰদায়ৰ হ'ব লাগে ?

(ক) পিছ পৰা সম্প্ৰদায়ৰ ☐

(গ) সংখ্যালঘূ সম্প্ৰদায়ৰ ☐

(গ) এংলো-ইণ্ডিয়ান সম্প্ৰদায়ৰ ☐

(ঘ) অনুসূচীত জনজাতি ☐

৮। ভাৰতৰ ৰাষ্ট্ৰপতিয়ে ৰাজ্যসভালৈ কেইজন সদস্য মনোনীত কৰিব পাৰে ?

(ক) দহজন ☐

(খ) বাৰজন ☐

(গ) চৈধ্যজন ☐

(ঘ) পোন্ধৰজন ☐

৯। ভাৰতৰ ৰাষ্ট্ৰপতিয়ে ৰাজ্য সভালৈ যি সকল সদস্যক মনোনীত কৰে, তেওঁলোক এনে হ'ব লাগিব যি—

(ক) অনুসূচীত জাতিৰ শ্ৰেণীভূক্ত ☐

(খ) পঙ্গু আৰু সামৰ্থহীন ☐

(গ) আজীৱন ব্যৱসায়ী আৰু কৰদাতা ☐

(ঘ) সাহিত্য, বিজ্ঞান, কলা আৰু সমাজ সেৱা আদি বিষয়ত জ্ঞান সম্পন্ন। ☐

১০। ৰাজ্যসভাৰ কাৰ্যকাল কিমান বছৰীয়া?

(ক) দুবছৰ ☐

(খ) পাঁচবছৰ ☐

(গ) ছয়বছৰ ☐

(ঘ) চাৰিবছৰ ☐

১১। ভাৰতৰ উচ্চসদন বা ৰাজ্যসভাক নিৰ্দিষ্ট কাৰ্য্যকালৰ পুৰ্বে ভঙ্গ কৰিব পাৰি নে নোৱাৰি?

(ক) পাৰি ☐

(খ) নোৱাৰি ☐

(গ) প্ৰশ্নই নুঠে ☐

(ঘ) উক্ত এটাও নহয় ☐

১২। ৰাজ্য সভাৰ এক-তৃতীয়াংশ সদস্য কিমান বছৰে প্ৰতি অৱসৰ পায়?

(ক) দুবছৰে ☐

(খ) পাঁচ বছৰে ☐

(গ) ছবছৰে ☐

(ঘ) চাৰি বছৰে ☐

১৩। নিম্নোক্ত কোনটো অনুচ্ছেদত এই কথা সন্নিবিষ্ট আছে যে ৰাজ্য সভাক ভঙ্গ কৰিব নোৱাৰি ?

(ক) অনুচ্ছেদ ৭৩ ☐

(খ) অনুচ্ছেদ ৯২ ☐

(গ) অনুচ্ছেদ ৮৩ ☐

(ঘ) অনুচ্ছেদ ৮৬ ☐

১৪। ভাৰতৰ নিম্নসদন বা লোক সভাক নিৰ্দিষ্ট কাৰ্য্যকালৰ পুৰ্বে ভঙ্গ কৰিব পাৰি নে নোৱাৰি ?

(ক) পাৰি ☐

(খ) নোৱাৰি ☐

(গ) প্ৰশ্নই নুঠে ☐

(ঘ) উক্ত এটাও নহয় ☐

১৫। লোক সভাৰ অধিবেশনৰ বৈঠক সমূহত কোনে সভা-পতিত্ব কৰে ?

(ক) উপৰাষ্ট্ৰপতিয়ে ☐

(খ) অধ্যক্ষই ☐

(গ) ৰাষ্ট্ৰপতিয়ে ☐

(ঘ) প্ৰধানমন্ত্ৰীয়ে ☐

১৬। নিম্নোক্ত কি ব্যৱস্থাৰে লোক সভাৰ অধ্যক্ষক লোৱা হয় ?

জ্যেষ্ঠ মুখ্যমন্ত্ৰী জনক মনোনীত কৰি ☐

(খ) প্ৰধানমন্ত্ৰীয়ে ৰাষ্ট্ৰপতিৰ লৈসেতে পৰামৰ্শ কৰি ☐

(গ) লোক সভাৰ সদস্যৰ মাজৰ পৰা নিৰ্বাচন কৰি ☐

(ঘ) উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশৰ দ্বাৰা পৰীক্ষা গ্ৰহণ কৰি ☐

১৭। অধ্যক্ষ অনুপস্থিত থাকিলে লোকসভাৰ অধিবেশৰ বৈঠক সমূহত কোনে সভাপতিত্ব কৰে ?

(ক) দিল্লীৰ মেয়ৰে ☐

(খ) মহাধিবক্তাই ☐

(গ) আইনমন্ত্ৰীয়ে ☐

(ঘ) উপাধ্যক্ষই ☐

১৮। ৰাজ্যসভাৰ অধিবেশনৰ বৈঠক সমূহত কোনে সভাপতিত্ব কৰে ?

(ক) অধ্যক্ষই ☐

(খ) উপৰাষ্ট্ৰপতিয়ে ☐

(গ) মুখ্য ন্যায়াধীশে ☐

(ঘ) উক্ত কোনেও নকৰে ☐

১৯। নিম্নোক্ত কোনজনক ৰাজ্যসভাৰ পদেন সভাপতি হিচাবে লোৱা হয় ?

(ক) প্ৰধানমন্ত্ৰী ☐

(খ) ৰিজাৰ্ভ বেঙ্কৰ গভৰ্নৰ ☐

(গ) মুখ্য নিৰ্বাচনী আয়ুক্ত ☐

(ঘ) উপৰাষ্ট্ৰপতি ☐

২০। **সভাপতি অনুপস্থিত থাকিলে, ৰাজ্য সভাৰ অধিবেশনৰ বৈঠক সমুহত কোনে সভাপতিত্ব কৰে ?**

(ক) উপপ্ৰধানমন্ত্ৰী ☐

(খ) গৃহমন্ত্ৰী ☐

(গ) উপসভাপতি ☐

(ঘ) উক্ত এজনো নহয় ☐

২১। **ৰাজ্যসভাৰ উপসভাপতি বা ডেপুটী চেয়াৰমেন জনক কৰ পৰা লোৱা হয় ?**

(ক) লোক সভাৰ সদস্য সকলে ৰাজ্য সভাৰ পৰা নিৰ্বাচিত কৰি দিয়ে ☐

(খ) ৰাজ্য সভাৰ সদস্য সকলে নিজৰ মাজৰ পৰা নিৰ্বাচিত কৰে ☐

(গ) সংসদে যুটীয়া বৈঠক যোগে এজন সদস্য মনোনীত কৰে ☐

(ঘ) ৰাষ্ট্ৰপতিয়ে মনোনীত কৰে ☐

২২। **ভাৰতীয় সংবিধান অনুসৰি কি পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত লোক সভাৰ কাৰ্য্যকাল পাঁচ বছৰতকৈ অধিক সময়লৈ চলাই নিব পাৰি ?**

(ক) যেতিয়া নিৰ্বাচন অনুষ্ঠিত কৰাত অসমৰ্থতাই দেখা দিয়ে ☐

(খ) যেতিয়া সংবিধান সংশোধনৰ প্ৰক্ৰিয়া চলি থাকে ☐

(গ) যেতিয়া দেশত জৰুৰী অৱস্থাৰ ঘোষণা চলি থাকে ☐

(ঘ) যেতিয়া বিৰোধী দলে সম্মতি দিয়ে ☐

২৩। ভাৰতীয় সংবিধান অনুসৰি জৰুৰীকালীন অৱস্থাত সংসদৰ কাৰ্য্যকাল কিমান দিনলৈকে বঢ়াই নিব পাৰি ?

(ক) একেৰাহে ছমাহলৈ ☐
(খ) একেৰাহে দুবছৰলৈ ☐
(গ) একেৰাহে এবছৰলৈ ☐
(ঘ) একেৰাহে তিনিবছৰলৈ ☐

২৪। ভাৰতীয় সংসদৰ যিকোনো সদনতে এখন সভা অনুষ্ঠিত হবলৈ কিমান থুল হব লাগে ?

(ক) নিজ সদনৰ মুঠসদস্য সংখ্যাৰ এক-তৃতীয়াংশ সদস্য ☐
(খ) নিজসদনৰ মুঠসদস্য সংখ্যাৰ এক দশমাংশ সদস্য ☐
(গ) নিজ সদনৰ মুঠ সদস্য সংখ্যাৰ এক-সপ্তমাংশ সদস্য ☐
(ঘ) উক্ত এটাও নহয় ☐

২৫। নিম্নোক্ত কোনটো অধিকাৰ সংসদী সদস্যৰ সাংবিধানিক বিশেষাধিকাৰ হিচাবে স্বীকৃত ?

(ক) সংসদত বাক স্বাধীনতা ☐
(খ) ন্যায়ালয়ত ন্যায়াধীশৰ কাৰ্য্যনিৰ্বাহ কৰা ☐
(গ) যিকোনো বিশ্ববিদ্যালয়ৰে উপাচাৰ্য্যৰ দায়িত্ব গ্ৰহণ কৰা ☐
(ঘ) উক্ত এটাও নহয় ☐

২৬ ৰাজ্যসভাৰ সদস্য সকলক কোনে নিৰ্বাচন কৰে ?

(ক) ৰাজ্য বিধান পৰিষদে ☐
(খ) ৰাজ্য বিধান সভাই ☐

(গ) লোকসভাই ☐

(ঘ) প্ৰতিজন ভাৰতীয় ভোটাৰে ☐

২৭। **ৰাজ্যসভাৰ নিৰ্বাচনৰ বাবে প্ৰাৰ্থী হ'বলৈ নিম্নোক্ত কোনটো অৰ্হতাৰ প্ৰয়োজন নহয় ?**

(ক) প্ৰাৰ্থী ভাৰতীয় নাগৰিক হ'ব লাগিব ☐

(খ) প্ৰাৰ্থী কমেও ৩০ বছৰ বয়সৰ হ'ব লাগিব ☐

(গ) প্ৰাৰ্থী আইনৰ ডিগ্ৰীধাৰী হ'ব লাগিব ☐

(ঘ) সংশ্লিষ্ট ভোটাৰ তালিকাত প্ৰাৰ্থীৰ নাম থাকিব লাগিব ☐

২৮। **এখন অৰ্থবিল ৰাজ্যসভাৰ পৰা প্ৰথমে উত্থাপিত হ'ব পাৰেনে নোৱাৰে ?**

(ক) পাৰে ☐

(খ) নোৱাৰে ☐

(গ) ৰাষ্ট্ৰপতিৰ সম্মতি সাপেক্ষে পাৰে ☐

(ঘ) ইয়াত উত্তৰ নাই ☐

২৯। **যেতিয়া কোনো এখন বিলৰ ওপৰত ৰাজ্যসভা আৰু লোকসভাৰ মাজত মতানৈক্য ঘটে তেতিয়া ৰাষ্ট্ৰপতিয়ে কি পন্থা লয় ?**

(ক) উচ্চতম ন্যায়ালয়ৰ পৰা পৰামৰ্শ বিচাৰে ☐

(খ) সংসদ ভঙ্গ কৰি দিয়ে ☐

(গ) নতুন নিৰ্বাচনৰ ঘোষণা কৰে ☐

(ঘ) সংসদৰ যুটীয়া বৈঠক বহুৱায় ☐

**৩০। যেতিয়া লোকসভাই এখন অৰ্থবিল গৃহীত কৰি ৰাজ্য সভালৈ পাঠিয়ায়, তেতিয়া ৰাজ্যসভাই কিমান দিনৰ ভিতৰত উক্ত বিল লোকসভালৈ পঠিয়াব লাগিব ?**

(ক) দহদিন ☐

(খ) এমাহ ☐

(গ) দুমাহ ☐

(ঘ) চৈধ্যদিন ☐

**৩১। যেতিয়া ৰাজ্যসভাই চৈধ্যদিনৰ ভিতৰত লোকসভাৰ গৃহীত অৰ্থবিল এখন ঘূৰাই নপঠায়, তেতিয়া সাংবিধানিক ভাবে কি সিদ্ধান্ত কৰা হয় ?**

(ক) উচ্চতম ন্যায়ালয়ৰ পৰামৰ্শৰ প্ৰয়োজন বুলি ধৰা হয় ☐

(খ) বিলখন দুয়োটা সদনতে গৃহীত বুলি ধৰা হয় ☐

(গ) বিলখন মৃত বুলি ধৰা হয় ☐

(ঘ) ৰাজ্যসভাৰ সন্মতি নাই বুলি ধৰা হয় ☐

**৩২। নিম্নোক্ত কোনটো ব্যৱস্থা শুদ্ধ নহয় ?**

(ক) ৰাজ্য সভাই মন্ত্ৰী পৰিষদক অনাস্থা প্ৰস্তাৱ যোগে বৰ্খাস্ত কৰিব পাৰে ☐

(খ) ৰাজ্যসভাৰ সদস্যয়ো মন্ত্ৰীপৰিষদত সদস্য হব পাৰে ☐

(গ) ৰাজ্যসভাৰ সদস্যয়ো মন্ত্ৰীক প্ৰশ্ন সুধিব পাৰে ☐

(ঘ) ৰাজ্যসভাৰ সদস্যয়ো সাধাৰণ আইন প্ৰণয়নত ভাগ লব পাৰে ☐

৩৩। ৰাষ্ট্ৰপতিৰ বিৰুদ্ধে অনা মহাভিযোগৰ কাৰ্য্যব্যৱস্থা কোন সদনত আৰম্ভ কৰিব পাৰি ?

(ক) সংসদৰ যুটীয়া বৈঠকত ☐

(খ) যিকোনো সদনতে ☐

(গ) কেৱল ৰাজ্যসভাত ☐

(ঘ) কেৱল লোকসভাত ☐

৩৪। উপৰাষ্ট্ৰপতিৰ বিৰুদ্ধে অনা মহাভিযোগৰ কাৰ্য্যব্যৱস্থা কোনে উত্থাপন কৰে ?

(ক) সংসদৰ যুটীয়া বৈঠকে ☐

(খ) যিকোনো সদনে ☐

(গ) কেৱল ৰাজ্য সভাই ☐

(ঘ) কেৱল লোক সভাই ☐

৩৫। লোকসভাৰ সদস্য সকলক প্ৰত্যক্ষভাবে কোনে নিৰ্বাচন কৰে ?

(ক) ভাৰতৰ প্ৰাপ্তবয়স্ক ভোটাৰে ☐

(খ) বিদেশত থকা ভাৰতীয় নাগৰিকে ☐

(গ) ভাৰতৰ সশস্ত্ৰ বাহিনীয়ে ☐

(ঘ) সংখ্যাগুৰু শ্ৰেণীৰ নাগৰিকে ☐

৩৬। সংবিধানৰ ৮১ অনুচ্ছেদ অনুসৰি লোকসভাৰ মুঠ কিমান সংখ্যক সদস্যক নিজ সমষ্টিৰ পৰা ৰাজ্য সমূহে নিৰ্বাচিত কৰে ?

(ক) অধিক মাত্ৰাই ৪৯৯ জন ☐

(খ) অধিক মাত্ৰাই ৫২৫ জন ☐

(গ) অধিক মাত্ৰাই ৫২০ জন ☐

(ঘ) অধিক মাত্ৰাই ৫৫০ জন ☐

৩৭। ভাৰতৰ লোকসভা নিৰ্বাচনত ভোট দিবলৈ হলে কিমান বয়স প্ৰাপ্ত হব লাগে ?

(ক) ১৯ বছৰ ☐

(খ) ২০ বছৰ ☐

(গ) ২১ বছৰ ☐

(ঘ) ২২ বছৰ ☐

৩৮। নিম্নোক্ত কোনটা অৰ্হতা লোকসভাৰ সদস্য পদৰ বাবে আৱশ্যক নহয় ?

(ক) প্ৰাৰ্থী ভাৰতীয় নাগৰিক হব লাগিব ☐

(খ) প্ৰাৰ্থী কমেও ২৫ বছৰ বয়সৰ হব লাগিব ☐

(গ) প্ৰাৰ্থী স্নাতক হব লাগিব ☐

(ঘ) সংশ্লিষ্ট ভোটাৰ তালিকাত প্ৰাৰ্থীৰ নাম থাকিব লাগিব ।

৩৯। লোক সভাৰ সদস্যপদৰ বাবে নিম্নোক্ত কোনটো কথা অনৰ্হতা স্বৰূপ ?

(ক) অশিক্ষিত ☐

(খ) হৰিজন সম্প্ৰদায় ভুক্ত ☐

(গ) অভাৰতীয় ☐

(ঘ) অনুসূচিত জাতি ☐

৪০। লোকসভাত শৃঙ্খলা ৰক্ষা কৰিবৰ কাৰণে অধ্যক্ষই কাৰ সহায় লব পাৰে ?

(ক) দিল্লী পুলিচ ☐
(খ) চাৰ্জেন্ট-এট-আৰ্মচ ☐
(গ) এয়াৰ ফৰ্চ পুলিচ ☐
(ঘ) চি-আৰ-পি ☐

৪১। **বাজেট প্ৰথমে কোন সদনে গৃহীত কৰে ?**
(ক) যিকোনো সদনে ☐
(খ) সংসদৰ যুটীয়া বৈঠকে ☐
(গ) ৰাজ্য সভাই ☐
(ঘ) লোক সভাই ☐

৪২। **লোক সভাত অৰ্থবিল উথাপিত কৰিবলৈ কাৰ আগতীয়া অনুমোদনৰ প্ৰয়োজন হয় ?**
(ক) ৰাষ্ট্ৰপতি ☐
(খ) প্ৰধানমন্ত্ৰী ☐
(গ) উপৰাষ্ট্ৰপতি ☐
(ঘ) আইনমন্ত্ৰী ☐

৪৩। **লোক সভা আৰু ৰাজ্য সভাই নিম্নোক্ত কাৰ নিৰ্বাচনত অংশ গ্ৰহণ কৰে ?**
(ক) মহাধিবক্তা ☐
(খ) ৰাষ্ট্ৰমন্ত্ৰী ☐
(গ) মুখ্যমন্ত্ৰী ☐
(ঘ) ৰাজ্যপাল ☐

৪৪। **সংবিধান সংশোধনীৰ ক্ষেত্ৰত ৰাজ্য সভা আৰু লোক-সভাৰ পাৰস্পৰিক ক্ষমতা সম্পৰ্কে কোনটো কথা সঁচা ?**

(ক) দুয়োটাই সমান ক্ষমতা ভোগ নকৰে ☐

(খ) দুয়োটাই সমান ক্ষমতা ভোগ কৰে ☐

(গ) ৰাজ্য সভাই অধিক ক্ষমতা ভোগ কৰে ☐

(ঘ) লোক সভাই অধিক ক্ষমতা ভোগ কৰে ☐

**৪৫। অধিকতম কিমান সময়লৈ সংসদ নবহাকৈ থাকিব পাৰে?**

(ক) ১২০ ঘণ্টালৈ ☐

(খ) দহ সপ্তাহলৈ ☐

(গ) চাৰি মাহলৈ ☐

(ঘ) ছমাহলৈ ☐

**৪৬। শুদ্ধ উত্তৰ কোনটো?**

(ক) লোক সভাৰ অধ্যক্ষ সদনৰ সদস্য হব লাগে ☐

(খ) উপৰাষ্ট্ৰপতি ৰাজ্যসভাৰ সদস্য হব লাগে ☐

(গ) আইনমন্ত্ৰী উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ হব লাগে ☐

(ঘ) ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্বাচনী আয়োগৰ পদেন আয়ুক্ত

**৪৭। অশুদ্ধ কথা আঙুলিয়াই দিয়া—**

(ক) আইনমন্ত্ৰী উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ হব নালাগে ☐

(খ) উপৰাষ্ট্ৰপতি ৰাজ্য সভাৰ সদস্য হব নালাগে ☐

(গ) ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্বাচনী আয়োগৰ পদেন আয়ুক্ত নহয় ☐

(ঘ) লোক সভাৰ অধ্যক্ষ সদনৰ সদস্য হব নালাগে ☐

৪৮। লোকসভাৰ অধ্যক্ষই নিম্নোক্ত কোনটো ক্ষমতা প্ৰয়োগ কৰিব নোৱাৰে ?

(ক) অচলাৱস্থা সৃষ্টিহলে অধ্যক্ষই লোকসভা ভঙ্গ কৰে ☐

(খ) কোনো বিল অৰ্থবিল হয়নে নহয় অধ্যক্ষই সিদ্ধান্ত লয় ☐

(গ) সদনত ভাষণ দিবলৈ সদস্যক অধ্যক্ষই অনুমতি দিয়ে ☐

(ঘ) অধ্যক্ষই কোনো বিল ভোটৰ বাবে দিব পাৰে ☐

৪৯। লোকসভাৰ অধ্যক্ষই কোনো বিলত ভোট দিব পাৰে নে নোৱাৰে ?

(ক) সদায়ে পাৰে ☐

(খ) একেবাৰে নোৱাৰে ☐

(গ) নিৰ্ণায়ক ভোটহে দিব পাৰে ☐

(ঘ) প্ৰশ্নই নুঠে ☐

৫০। লোকসভাত যি ভাষণ কিম্বা মন্তব্য দিয়া হয়, সেইবিলাক কালৈ সম্বোধন কৰা হয় ?

(ক) সংশ্লিষ্ট মন্ত্ৰীলৈ ☐

(খ) গৃহ মন্ত্ৰীলৈ

(গ) অধ্যক্ষলৈ ☐

(ঘ) প্ৰধানমন্ত্ৰীলৈ ☐

৫১। এখন বিল আইনত' পৰিণত হোৱা পুৰ্বে কেইবাৰ পাঠ কৰা হয় ?

(ক) দুবাৰ ☐

(খ) তিনিবাৰ ☐

(গ) চাৰিবাৰ ☐

(ঘ) পাঁচবাৰ ☐

৫২। যি কোনো বিলকেই অৰ্থবিল আখ্যা দিয়া হয় যেতিয়া এনে বিলে—

(ক) সংবিধান সংশোধন কৰিবলৈ বিচাৰে ☐

(খ) মৌলিক অধিকাৰ সাল-সলনি কৰিবলৈ বিচাৰে ☐

(গ) কোনো কৰ ধাৰ্য্য কৰে, উঠাই দিয়ে, সলনি অথবা বিনিময় কৰে ☐

(ঘ) উক্ত এটাও নকৰে ☐

৫৩। লোকসভাৰ অধ্যক্ষই অৰ্থবিল সংক্ৰান্তত যি চাৰ্টিফিকেট দিয়ে, সেই চাৰ্টিফিকেট—

(ক) ৰাষ্ট্ৰপতিৰ সম্মতি সাপেক্ষে চূড়ান্ত ☐

(খ) চূড়ান্ত নহয় ☐

(গ) উচ্চতম ন্যায়ালয়ৰ বিচাৰভূক্ত বিচাৰৰ বাহিৰত ☐

(ঘ) চূড়ান্ত আৰু উচ্চতম ন্যায়ালয়ৰ বিচাৰৰ বাহিৰত ☐

৫৪। লোকসভাৰ এষ্টিমেট কমিটী কিমানজন সদস্যৰ দ্বাৰা গঠিত হয়?

(ক) ৩০ জন ☐

(খ) ৬০ জন ☐

(গ) ৫০ জন ☐

(ঘ) ৪০ জন

**৫৫। সংসদৰ চৰকাৰী হিচাব কমিটী কিমানজন সদস্যৰ দ্বাৰা গঠিত হয়?**

(ক) ৩২ জন [ ১৬ লোকসভা + ১৬ ৰাজ্যসভা ] ☐

(খ) ২২ জন [ ১৫ লোকসভা + ৭ ৰাজ্যসভা ] ☐

(গ) ২৪ জন [ ১৮ লোকসভা + ৬ ৰাজ্যসভা ] ☐

(ঘ) ৩৪ জন [ ২০ লোকসভা + ১৪ ৰাজ্যসভা ] ☐

**৫৬। লোকসভাৰ এষ্টিমেট কমিটীৰ চেয়াৰমেন জনক সদস্য সকলৰ মাজৰ পৰা কোনে নিযুক্তি দিয়ে?**

(ক) ৰাজ্যসভাৰ চেয়াৰমেনে ☐

(খ) পৰিকল্পনা আয়োগৰ চেয়াৰমেনে ☐

(গ) নিৰ্বাচনী আয়োগৰ আয়ুক্তই ☐

(ঘ) লোকসভাৰ অধ্যক্ষই ☐

**৫৭। এষ্টিমেট কমিটীৰ সদস্য সকলৰ কাৰ্য্যকাল কিমান বছৰীয়া?**

(ক) তিনিমহীয়া ☐

(খ) এবছৰীয়া ☐

(গ) তিনিবছৰীয়া ☐

(ঘ) ছমহীয়া ☐

**৫৮। সংসদৰ চৰকাৰী হিচাব কমিটীৰ কাৰ্য্যকাল কিমান?**

(ক) তিনিমহীয়া ☐

(খ) এবছৰীয়া ☐

(গ) তিনিবছৰীয়া ☐

(ঘ) ছমহীয়া ☐

৫৯। চৰকাৰী হিচাব কমিটীৰ সভা অনুষ্ঠিত কৰিবৰ কাৰণে থুল কিমান ?

(ক) বাৰজন ☐

(খ) চৈধ্যজন ☐

(গ) ছজন ☐

(ঘ) চাৰিজন ☐

---

দশম অধ্যায়

॥ কেন্দ্ৰীয় ন্যায় পালিকা ॥

[ উচ্চতম ন্যায়ালয় ]

---

১। ন্যায়ালয়ৰ গাঁথনিৰ ক্ৰম অনুসৰি ভাৰতত শীৰ্ষতম ন্যায়ালয় কি ?

(ক) উচ্চ ন্যায়ালয় ☐

(খ) উচ্চতম ন্যায়ালয় ☐

(গ) প্ৰশাসনিক ত্ৰিবুউনেল ☐

(ঘ) প্ৰিভী কাউঞ্চিল ☐

২। **ভাৰতৰ উচ্চতম ন্যায়ালয় স্থান ক'ত ?**

(ক) দিল্লী ☐

(খ) মাদ্ৰাজ ☐

(গ) গুৱাহাটী ☐

(ঘ) গান্ধীনগৰ ☐

৩। **সংবিধানৰ ১৩০ অনুচ্ছেদৰ ব্যৱস্থা অনুসৰি ভাৰতৰ অন্যান্য ঠাইত উচ্চতম ন্যায়ালয় বহিব পাৰে নেকি ?**

(ক) বহিব নোৱাৰে ☐

(খ) উপৰাষ্ট্ৰপতিৰ অনুমোদন ক্ৰমে বছৰৰ আধা মাহ মাদ্ৰাজত বহিব পাৰে ☐

(গ) ৰাষ্ট্ৰপতিৰ অনুমোদন সাপেক্ষে ভাৰতৰ মুখ্য ন্যায়াধীশে সময়ে সময়ে নিৰ্দিষ্ট কৰা অন্যান্য ঠাইত বহিব পাৰে ☐

(ঘ) ওপৰৰ এটাও নহয় ☐

৪। **ভাৰতৰ মুখ্য ন্যায়াধীশকে ধৰি উচ্চতম ন্যায়ালয়ৰ মুঠ ন্যায়াধীশৰ সংখ্যা কিমান ?**

(ক) দহ জন ☐

(খ) চৈধ্য জন ☐

(গ) ওঠৰ জন ☐

(ঘ) বাৰ জন ☐

৫। **উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ সকলৰ অৱসৰ গ্ৰহণৰ বয়স কিমান ?**

(ক) ৬৫ বছৰ

(খ) ৫৫ বছৰ ☐

(গ) ৭৫ বছৰ ☐

(ঘ) ৪৮ বছৰ ☐

৬। উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ সকলক কোনে নিযুক্তি দিয়ে ?

(ক) গৃহমন্ত্ৰীয়ে ☐

(খ) মহাধিবক্তাই ☐

(গ) আইনমন্ত্ৰীয়ে ☐

(ঘ) ৰাষ্ট্ৰপতিয়ে ☐

৭। সংবিধানৰ নিয়ম অনুসৰি উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশে কালৈ লিখি পদত্যাগ কৰিব পাৰে ?

(ক) উপৰাষ্ট্ৰপতি ☐

(খ) ৰাষ্ট্ৰপতি ☐

(গ) গৃহমন্ত্ৰী ☐

(ঘ) আইনমন্ত্ৰী ☐

৮। উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশক অপসাৰণ কৰিবলৈ কোনে আদেশ দিয়ে ?

(ক) উপৰাষ্ট্ৰপতি ☐

(খ) ৰাষ্ট্ৰপতি ☐

(গ) গৃহমন্ত্ৰী ☐

(ঘ) আইনমন্ত্ৰী ☐

৯। কি কাৰণৰ হেতু উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশক পদৰ পৰা অপসাৰণ কৰিব পৰা যায় ?

(ক) অপৰাধমূলক বিশ্বাস ঘাটকতা ☐
(খ) দলীয় স্বাৰ্থ ☐
(গ) ধৰ্মীয় স্বাৰ্থ ☐
(ঘ) প্ৰমানিত অশিষ্টাচাৰ বা অসামৰ্থ্য। ☐

১০। উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশে কিমান দৰমহা পায় ?
(ক) মাহিলি ছয়হাজাৰ টকা ☐
(খ) মাহিলি পাঁচহাজাৰ টকা ☐
(গ) মাহিলি দহহাজাৰ টকা ☐
(ঘ) মাহিলি তিনিহাজাৰ টকা ☐

১১। উচ্চতম ন্যায়ালয়ৰ সতীৰ্থ ন্যায়াধীশ সকলে কিমান দৰমহা লাভ কৰে ?
(ক) মাহিলি এহেজাৰ টকা ☐
(খ) মাহিলি তিনিহাজাৰ টকা ☐
(গ) মাহিলি চাৰিহাজাৰ টকা ☐
(ঘ) মাহিলি দুহাজাৰ টকা ☐

১২। নিম্নোক্ত কোনটো অৰ্হতা উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশৰ বাবে আৱশ্যকীয় অৰ্হতা নহয় ?
(ক) তেওঁ ভাৰতীয় নাগৰিক হব লাগিব ☐
(খ) তেওঁ কোনো উচ্চন্যায়ালয়ৰ ন্যায়াধীশ হিচাবে কমেও পাঁচবছৰ থকা হব লাগিব। বা ☐
গ) তেওঁ কমেও দহবছৰ উচ্চ ন্যায়ালয়ৰ অধিবক্তা হিচাবে থকা হব লাগিব ; বা ☐

(ঘ) তেওঁ কমেও এবছৰ কোনো উচ্চন্যায়ালয়ত মুখ্য ন্যায়াধীশ হিচাবে কাম কৰা হব লাগিব □

১৩ তলৰ কোনটোকথা সংবিধান মতে শুদ্ধ বাছি উলিওৱা—

(ক) অৱসৰ প্ৰাপ্ত মুখ্য ন্যায়াধীশে ৰাষ্ট্ৰপতিৰ পদ লাভ কৰে

(খ) অৱসৰ প্ৰাপ্ত ন্যায়াধীশে ৰাষ্ট্ৰপতিৰ সন্মতি সাপেক্ষ অন্যদেশীয় উচ্চতম ন্যায়ালয়ত ন্যায়াধীশ হিচাবে কাম কৰিব পাৰে □

(গ) ৰাষ্ট্ৰপতিৰ আগতীয়া সন্মতি ক্ৰমে ভাৰতৰ মুখ্য ন্যায়াধীশে কোনো অৱসৰ প্ৰাপ্ত ন্যায়াধীশক উচ্চতম ন্যায়ালায়ৰ ন্যায়াধীশ হিচাবে কাম চলাবলৈ অনুৰোধ কৰিব পাৰে □

(ঘ) অৱসৰ প্ৰাপ্ত ন্যায়াধীশে ভাৰতৰ কোনো বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য্য হব নোৱাৰে □

১৪। উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ সকলক কোনে কাৰ্য্যভাৰৰ শপত গ্ৰহণ কৰোৱায় ?

(ক) প্ৰধানমন্ত্ৰী □

(খ) ৰাষ্ট্ৰপতি □

(গ) উপৰাষ্ট্ৰপতি □

(ঘ) মুখ্য নিৰ্বাচনী আয়ুক্ত □

১৫। নিম্নোক্ত কোনটো ক্ষেত্ৰাধিকাৰ উচ্চতম ন্যায়ালয়ে ভোগ কৰে ?

(ক) মৌলিক ক্ষেত্ৰাধিকাৰ □

(খ) আপীল ক্ষেত্ৰাধিকাৰ ☐

(গ) পৰামৰ্শদান ক্ষেত্ৰাধিকাৰ ☐

(ঘ) উক্ত আটাইকেইটা ☐

১৬। উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ সকলৰ দৰমহা কেতিয়া হ্ৰাস কৰিব পাৰি ?

(ক) বিত্তীয় জৰুৰী অৱস্থাৰ সময়ছোৱাত ☐

(খ) বহিঃদেশীয় জৰুৰী অৱস্থাত ☐

(গ) অন্তঃদেশীয় জৰুৰী অৱস্থাত ☐

(ঘ) সংবিধান ভঙ্গ কৰিলে ☐

১৭। সংবিধানৰ কোন অনুচ্ছেদৰ অধীনত উচ্চতম ন্যায়ালয়ে ৰিট জাৰি কৰিব পাৰে ?

(ক) অনুচ্ছেদ ২৩ ☐

(খ) অনুচ্ছেদ ৩২ ☐

(গ) অনুচ্ছেদ ২২৬ ☐

(ঘ) অনুচ্ছেদ ২৬৬ ☐

১৮। ভাৰতৰ দুখন ৰাজ্যৰ মাজত আইনৰ অধিকাৰ সম্পৰ্কীয় প্ৰশ্ন জড়িত গোচৰ উচ্চতম ন্যায়ালয়ে কোন ক্ষেত্ৰাধিকাৰ অনুসৰি গ্ৰহণ কৰে ?

(ক) মৌলিক ক্ষেত্ৰাধিকাৰ ☐

(খ) আপীল ক্ষেত্ৰাধিকাৰ ☐

(গ) পৰামৰ্শদান ক্ষেত্ৰাধিকাৰ ☐

(ঘ) উক্ত এটাও নহয় ☐

**১৯। ভাৰতৰ কেন্দ্ৰীয় চৰকাৰ বনাম কোনো ৰাজ্য চৰকাৰৰ মাজত আইনৰ অধিকাৰ সম্পৰ্কীয় প্ৰশ্ন জড়িত গোচৰ উচ্চতম ন্যায়ালয়ে পোনপটীয়াকৈ লব পাৰে নে নোৱাৰে ?**

(ক) নোৱাৰে ☐

(খ) আপীল যোগে আহিব পাৰে ☐

(গ) মৌলিক ক্ষেত্ৰাধিকাৰ অনুসৰি পাৰে ☐

(ঘ) প্ৰশ্নই নুঠে ☐

**২০। কোনো নাগৰিক বনাম ৰাজ্য চৰকাৰ মাজত আইনৰ অধিকাৰ সম্পৰ্কীয় প্ৰশ্ন জড়িত নোহোৱা গোচৰ উচ্চতম ন্যায়ালয়লৈ পোনপটীয়াভাবে যাব পাৰে নে নোৱাৰে ?**

(ক) পাৰে ☐

(খ) নোৱাৰে ☐

(গ) টকাৰ পৰিমান অনুযায়ী পাৰে ☐

(ঘ) উক্ত এটাও নহয় ☐

**২১। নিম্নোক্ত কোন শ্ৰেণীৰ গোচৰ বিচাৰ কৰাৰ অধিকাৰ উচ্চতম ন্যায়ালয়ৰ মৌলিক ক্ষেত্ৰাধিকাৰৰ ভিতৰত নপৰে ?**

(ক) ভাৰত চৰকাৰ বনাম ৰাজ্য চৰকাৰ ☐

(খ) কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰ একপক্ষে বনাম ৰাজ্য চৰকাৰ ☐

(গ) ৰাজ্য চৰকাৰ বনাম ৰাজ্য চৰকাৰ ☐

(ঘ) ভাৰত চৰকাৰ বনাম অন্যদেশীয় চৰকাৰ ☐

**২২। উচ্চতম ন্যায়ালয়লৈ নিম্নাধীন কোন ন্যায়ালয়ৰ পৰা গোচৰ আপীল হয় ?**

(ক) জিলা আৰু চেছন ন্যায়াধীশৰ আদালতৰ পৰা। ☐

(খ) মুখ্য ন্যায়িক দণ্ডাধীশৰ আদালতৰ পৰা। ☐

(গ) মুন্সিফ আদালতৰ পৰা। ☐

(ঘ) উচ্চ ন্যায়ালয়ৰ পৰা। ☐

**২৩। সংবিধানৰ ১৩৩ অনুচ্ছেদ অনুসৰি দেৱানী গোচৰৰ ক্ষেত্ৰত কি ভিত্তিত উচ্চ ন্যায়ালয়ৰ পৰা উচ্চতম ন্যায়ালয়লৈ গোচৰ আপীল হয় ?**

(ক) যেতিয়া গোচৰত আইনৰ মৌলিক প্ৰশ্ন জড়িত থাকে আৰু যেতিয়া উচ্চ ন্যায়ালয়ে এনে মত পোষণ কৰে যে তেনে প্ৰশ্ন উচ্চতম ন্যায়ালয়তহে বিচাৰ হব লাগে ☐

(খ) যেতিয়া গোচৰত ধৰ্মীয় বিষয় জড়িত থাকে ☐

(গ) যেতিয়া গোচৰ জড়িত পক্ষ সংখ্যালঘু শ্ৰেণীভুক্ত লোক হয় ☐

(ঘ) উক্ত এটাও নহয় ☐

**২৪। সংবিধানৰ ১৩২ অনুচ্ছেদত কোৱা হৈছে যে দেৱানী, ফৌজদাৰী বা অন্যান্য যি গোচৰেই নহওক—এনে আটাই বিলাক গোচৰ উচ্চ ন্যায়ালয়ৰ পৰা উচ্চতম ন্যায়ালয়লৈ আপীল হব যদিহে উচ্চ ন্যায়ালয়ে এই বুলি প্ৰমাণ-পত্ৰ দিয়ে যে—**

(ক) গোচৰত ভাৰতৰ স্বাৰ্থ আৰু নিৰাপত্তাৰ প্ৰশ্ন জড়িত আছে ☐

(খ) গোচৰত সংবিধানৰ ব্যাখ্যা প্ৰসঙ্গত আইনৰ মৌলিক প্ৰশ্ন জড়িত নাই ☐

(গ) গোচৰত সংবিধানৰ ব্যাখ্যা প্ৰসঙ্গত আইনৰ মৌলিক প্ৰশ্ন জড়িত আছে ☐

(ঘ) গোচৰত সংখ্যালঘু লোকৰ সম্পত্তিৰ প্ৰশ্ন জড়িত আছে ☐

২৫। ফৌজদাৰী গোচৰৰ ক্ষেত্ৰত কি ভিত্তিত উচ্চ ন্যায়ালয়ৰ পৰা উচ্চতম ন্যায়ালয়লৈ গোচৰ আপীল হয় ?

(ক) যেতিয়া গোচৰত ধৰ্মীয় বিষয় জড়িত থাকে ☐

(খ) যেতিয়া গোচৰত জড়িত অপৰাধী অন্ধ হয় ☐

(গ) যেতিয়া গোচৰত মৃত্যুদণ্ড বিহা হয় ☐

(ঘ) উক্ত এটাও নহয় ☐

২৬। উচ্চতম ন্যায়ালয়কৈ আপীলৰ কাৰণে কোনো এটা ফৌজদাৰী গোচৰক উচ্চ ন্যায়ালয়ে আপীলযোগ্য প্ৰমাণ-পত্ৰ দিব পাৰে নে নোৱাৰে ?

(ক) পাৰে ☐

(খ) নোৱাৰে ☐

(গ) প্ৰশ্নই নুঠে ☐

(ঘ) উক্ত এটাও নহয় ☐

২৭। কোনো ন্যায়ালয় বা ত্ৰিবুনেলৰ ৰায়ৰ বিপক্ষে উচ্চতম ন্যায়ালয়লৈ আপীলৰ বাবে, উচ্চতম ন্যায়ালয়ে স্ববিবেচনা-ক্ৰমে বিশেষ অনুমতি দান কৰিব পাৰে নে ?

(ক) পাৰে ☐

(খ) নোৱাৰে ☐

(গ) প্ৰশ্নই নুঠে ☐

(ঘ) উক্ত এটাও নহয় ☐

২৮। যি ক্ষেত্ৰত উচ্চ ন্যায়ালয়ে কোনো এটা গোচৰ উচ্চতম ন্যায়ালয়লৈ আপীলযোগ্য বুলি প্ৰমাণ-পত্ৰ নিদিয়ে, তেতিয়া

(ক) ৰাষ্ট্ৰপতিয়ে ভুক্তভোগীক ক্ষমাদান কৰিব পাৰে ☐

(খ) মহাধিবক্তাই অনুমতিৰ বাবে আবেদন বিবেচনা কৰিব পাৰে ☐

(গ) উচ্চতম ন্যায়ালয়ে বিশেষ অনুমতি দান কৰি গোচৰৰ শুনানী লব পাৰে ☐

(ঘ) উচ্চতম ন্যায়ালয়ে তেনে গোচৰৰ শুনানী নলয় ☐

২৯। কেনো দেৱানী বিষয়ত বিশ হাজাৰ টকা জড়িত থকা গোচৰহে উচ্চতম ন্যায়ালয়লৈ যাব পাৰিব বোলা চৰ্তটো নিম্নোক্ত কোন সংশোধনীয়ে উঠাই দিলে ?

(ক) সপ্তম সংশোধন, ১৯৫৬ ☐

(খ) ত্ৰিংশতম সংশাধন, ১৯৭২ ☐

(গ) পঞ্চদশ সংশোধন, ১৯৬৩ ☐

(ঘ) প্ৰথম সংশোধন ১৯৫১ ☐

৩০। ভাৰতৰ ৰাষ্ট্ৰপতিয়ে কোনো আইনৰ প্ৰশ্নত যেতিয়া উচ্চতম ন্যায়ালয়ৰ পৰামৰ্শ গ্ৰহণ কৰে, তেতিয়া উচ্চতম ন্যায়ালয়ৰ তেনে ক্ষমতাক কি বোলা হয় ?

(ক) মৌলিক ক্ষেত্ৰাধিকাৰ ☐

(খ) আপীল ক্ষেত্ৰাধিকাৰ ☐

(গ) পৰামৰ্শদান ক্ষেত্ৰাধিকাৰ ☐

(ঘ) ফৌজদাৰী ক্ষেত্ৰাধিকাৰ ☐

৩১। **শুদ্ধ উত্তৰ কোনটো ?**

(ক) অন্যদেশীয় ন্যায়ালয়ৰ পৰা অহা আপীল গোচৰ উচ্চতম ন্যায়ালয়ে বিচাৰ কৰিব পাৰে ☐

(খ) উচ্চতম ন্যায়ালয়ত সৰ্বমুঠ ৩০ জন ন্যায়াধীশ থাকে ☐

(গ) উচ্চতম ন্যায়ালয়ে ৰাষ্ট্ৰপতিয়ে কৰা জৰুৰী অৱস্থাৰ ঘোষণাৰ বিপক্ষে বৈধতাৰ প্ৰশ্ন তুলিব নোৱাৰে ☐

(ঘ) উচ্চতম ন্যায়ালয়ে মহাধিবক্তাক নিযুক্তি দিয়ে ☐

৩২। **অশুদ্ধ উত্তৰ বাছি উলিওৱা—**

(ক) উচ্চতম ন্যায়ালয়ৰ স্থান দিল্লীত ☐

(খ) উচ্চতম ন্যায়ালয়ে মৌলিক, আপীল আৰু পৰামৰ্শদান ক্ষমতা ভোগ কৰে ☐

(গ) মুখ্য ন্যায়াধীশকে ধৰি উচ্চতম ন্যায়ালয়ত অধিকতম ১৮ জন ন্যায়াধীশ থাকে ☐

(ঘ) উচ্চতম ন্যায়ালয়ে স্ববিবেচনাক্ৰমে যিকোনো মন্ত্ৰীকে বৰ্খাস্ত কৰিব পাৰে ☐

৩৩। **পৰামৰ্শদান ক্ষেত্ৰাধিকাৰ অধীনত উচ্চতম ন্যায়ালয়ে ৰাষ্ট্ৰপতিক দিয়া পৰামৰ্শ—**

(ক) ৰাষ্ট্ৰপতিয়ে মানিব লাগে ☐

(খ) ৰাষ্ট্ৰপতিয়ে মানিবলৈ বাধ্য নহয় ☐

(গ) ৰাষ্ট্ৰপতিয়ে মনাৰ প্ৰশ্নই নুঠে ☐

(ঘ) উক্ত এটাও নহয় ☐

৩৪। সংবিধানৰ কোন অনুচ্ছেদত উচ্চতম ন্যায়ালয়ক পূৰ্বৰ ৰায় পুনৰীক্ষণ কৰিবলৈ ক্ষমতা অৰ্পণ কৰা হৈছে ?

(ক) অনুচ্ছেদ ১৩৭ □

(খ) অনুচ্ছেদ ১৫৭ □

(গ) অনুচ্ছেদ ১৩৩ □

(ঘ) অনুচ্ছেদ ১৪২ □

৩৫। ন্যায়িক সমীক্ষণৰ ক্ষমতা নিম্নোক্ত কোন ন্যায়ালয়ে ভোগ কৰে ?

(ক) উচ্চতম ন্যায়ালয় □

(খ) মুখ্য ন্যায়িক দণ্ডাধীশৰ আদালত □

(গ) মুন্সিফ আদালত □

(ঘ) চেছন আদালত □

৩৬। ন্যায়িক সমীক্ষণৰ সূত্ৰ কোন সংবিধানৰ পৰা গ্ৰহণ কৰা হৈছে ?

(ক) আমেৰিকা □

(খ) কানাডা □

(গ) জাপান

(ঘ) চীন □

৩৭। ন্যায়িক সমীক্ষণ বুলিলে কি বুজায় তাৰ শুদ্ধ উত্তৰ নিৰ্ণয় কৰা—

(ক) উচ্চতম ন্যায়ালয়ৰ আপীল ক্ষেত্ৰাধিকাৰক বুজায়

(খ) উচ্চতম ন্যায়ালয়ৰ আইন প্ৰস্তুত কৰাৰ ক্ষমতাক বুজায় □

(গ) উচ্চতম ন্যায়ালয়ে নিম্নাধীন আদালতৰ ৰায়ক পুনৰ বিচাৰ কৰাকে বুজায় ☐

(ঘ) উচ্চতম ন্যায়ালয়ে কোনো আইন বা কাৰ্য্য পালিকাৰ কাৰ্য্যক অসাংবিধানিক বুলি ৰদ কৰিব পৰা ক্ষমতাক বুজায় ☐

৩৮। সংবিধানৰ কোন সংশোধনীয়ে উচ্চতম ন্যায়ালয়ৰ আৰু উচ্চ ন্যায়ালয়ৰ ন্যায়িক সমীক্ষণৰ ক্ষমতা বহুল পৰিমাণে হ্ৰাস কৰিছিল ?

(ক) ৪২ তম সংশোধনী ☐

(খ) ৪৪ তম সংশোধনী ☐

(গ) ৩৮ তম সংশোধনী ☐

(ঘ) ৩৯ তম সংশোধনী ☐

৩৯। সংবিধানৰ ৪২ তম সংশোধনীয়ে হ্ৰাস কৰা উচ্চতম ন্যায়ালয় আৰু উচ্চ ন্যায়ালয়ৰ ন্যায়িক সমীক্ষণৰ ক্ষমতা সংবিধানৰ কোন সংশোধনীয়ে ঘূৰাই দিছে ?

(ক) ৪৪ তম সংশোধনী ☐

(খ) ৪৩ তম সংশোধনী ☐

(গ) ৪৬ তম সংশোধনী ☐

(ঘ) ৪৭ তম সংশোধনী ☐

৪০। উচ্চতম ন্যায়ালয়ৰ ক্ষমতা সম্পৰ্কত তলৰ কোনটো কথা শুদ্ধ বাছি উলিওৱা—

(ক) উচ্চতম ন্যায়ালয়ে সংবিধানৰ ব্যাখ্যা কৰিব নোৱাৰে ☐

(খ) সংসদে প্ৰণয়ন কৰা আইন উচ্চতম ন্যায়ালয়ে অসাংবিধানিক বুলি, নাকচ কৰিব পাৰে ☐

(গ) উচ্চতম ন্যায়ালয়ে ৰিট জাৰি কৰিব নোৱাৰে ☐

(ঘ) উচ্চতম ন্যায়ালয়ৰ পৰামৰ্শদান ক্ষমতা নাই ☐

**৪১। উচ্চতম ন্যায়ালয়ৰ ক্ষমতা সম্পৰ্কত তলৰ কোনটো কথা অশুদ্ধ বাছি উলিওৱা—**

(ক) উচ্চতম ন্যায়ালয়লৈ কোনো গোচৰ আপীলৰ বাবে এই ন্যায়ালয়ে বিশেষ অনুমতি প্ৰদান কৰিব পাৰে ☐

(খ)' ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ আপীল গ্ৰহণ ক্ষমতা আছে

(গ) ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ ন্যায়িক সমীক্ষণৰ ক্ষমতা আমেৰিকাৰ উচ্চতম ন্যায়ালয়ৰ ক্ষমতাতকৈ শক্তিশালী ☐

(ঘ) উচ্চতম ন্যায়ালয়ে উচ্চ ন্যায়ালয়ৰ পৰা কিছুমান গোচৰ নিজৰ হাতলৈ হস্তান্তৰ কৰিব পাৰে ☐

## একাদশ অধ্যায়

## ৰাজ্যিক কার্য্যপালিকা
[ ৰাজ্যপাল ]

১। সংবিধানৰ কোন অনুচ্ছেদত ৰাজ্যৰ বাবে ৰাজ্যপাল নিযুক্তিৰ প্ৰবন্ধ কৰা হৈছে ?

(ক) ১৫০ ☐

(খ) ১৫১ ☐

(গ) ১৫২ ☐

(ঘ) ১৫৩ ☐

২। ভাৰত গণৰাজ্যৰ ৰাজ্য সমূহৰ মুৰব্বী কোন ?

(ক( মুখ্যমন্ত্ৰী ☐

(খ) ৰাজ্যপাল ☐

(গ) প্ৰধানমন্ত্ৰী ☐

(ঘ) গৃহমন্ত্ৰী ☐

৩। নিম্নোক্ত কাৰ ওপৰত এথন ৰাজ্যৰ কাৰ্য্যনিৰ্বাহক ক্ষমতা ন্যস্ত হয় ?

(ক) মুখ্যমন্ত্ৰী ☐

(খ) ৰাজ্যপাল ☐

(গ) প্ৰধানমন্ত্ৰী ☐

(ঘ) গৃহমন্ত্ৰী ☐

৪। সংবিধানৰ নিয়ম অনুসৰি ৰাজ্যৰ ৰাজ্যপালক কোনে নিযুক্ত দিয়ে

(ক) প্ৰধানমন্ত্ৰী ☐
(খ) উপৰাষ্ট্ৰপতি ☐
(গ) মুখ্য ন্যায়াধীশ ☐
(ঘ) ৰাষ্ট্ৰপতি ☐

৫। সংবিধানৰ নিয়ম অনুসৰি ৰাজ্যপালে কালৈ লিখি পদত্যাগ কৰিব পাৰে ?

(ক) প্ৰধানমন্ত্ৰী ☐
(খ) উপৰাষ্ট্ৰপতি ☐
(গ) মুখ্য ন্যায়াধীশ ☐
(ঘ) ৰাষ্ট্ৰপতি ☐

৬। ৰাজ্যপালে কাৰ সন্তুষ্টি কাললৈকে পদবীত অধিষ্ঠিত থাকিব পাৰে ?

(ক) মুখ্য ন্যায়াধীশ ☐
(খ) মুখ্য নিৰ্বাচনী আয়ুক্ত ☐
(গ) ৰাষ্ট্ৰপতি ☐
(ঘ) উপৰাষ্ট্ৰপতি ☐

৭। ভাৰতীয় সংবিধান অনুসৰি ৰাজ্যপালক বৰ্খাস্ত কৰিবলৈ কাৰ ক্ষমতা থাকে ?

(ক) ৰাষ্ট্ৰপতি ☐
(খ) উপৰাষ্ট্ৰপতি ☐
(গ) আইনমন্ত্ৰী ☐
(ঘ) মহাধিবক্তা ☐

৮। **ৰাষ্ট্ৰপতিয়ে এখন ৰাজ্যৰ ৰাজ্যপালক আন এখন ৰাজ্য লৈ বদলি কৰিব পাৰে নে?**

(ক) পাৰে ☐

(খ) নোৱাৰে ☐

(গ) এবাৰহে পাৰে ☐

(ঘ) প্ৰশ্নই নুঠে ☐

৯। **সংবিধান অনুসৰি নিম্নোক্ত কোনটো অৰ্হতা ৰাজ্যপালৰ নিয়োগৰ ক্ষেত্ৰত অৰ্হতা বুলি ধৰা হয়?**

(ক) তেওঁ ভাৰতীয় নাগৰিক হব লাগিব আৰু কমেও ৩৫ বছৰ বয়সৰ হব লাগিব ☐

(খ) তেওঁ পূৰ্বে কোনো উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ পদত থকা হব লাগিব ☐

(গ) তেওঁ শাসক দলৰ সদস্য হব লাগিব আৰু কমেও স্নাতক হব লাগিব ☐

(ঘ) তেওঁ পূৰ্বে কোনো ৰাজ্য বিধান সভাৰ অধ্যক্ষ পদত থকা হব লাগিব ☐

১০। **ৰাজ্যপালক কোনে কাৰ্য্যভাৰৰ শপত গ্ৰহণ কৰোৱায়?**

(ক) মুখ্য নিৰ্বাচনী আয়ুক্ত ☐

(খ) ৰাষ্ট্ৰপতি ☐

(গ) ভাৰতৰ মুখ্য ন্যায়াধীশ ☐

(ঘ) ৰাজ্যখনৰ উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ ☐

১১। **এজন ৰাজ্যপালে কিমান দৰমহা লাভ কৰে ?**

(ক) মাহিলি ৩৫০০ টকা ☐

(খ) মাহিলি ৪.৫০০ টকা ☐

(গ) মাহিলি ৫৫০০ টকা ☐

(ঘ) মাহিলি ৬০০০ টকা ☐

১২। **শুদ্ধ উত্তৰ বাছা—**

(ক) ৰাজ্যপালে ৰাজ্য বিধান পৰিষদলৈ ইচ্ছানুসৰি সদস্য মনোনীত কৰিব পাৰে ☐

(খ) ৰাজ্যপালে বিদেশী ৰাষ্ট্ৰৰ লগত সামৰিক সম্পৰ্ক ৰাখিব পাৰে ☐

(গ) ৰাজ্যপালে ৰাজ্য বিধান সভা ভঙ্গ কৰিব নোৱাৰে ☐

(ঘ) ৰাজ্যপালে বিধান সভাৰ অধিবেশন আহ্বান কৰিব পাৰে ☐

১৩। অশুদ্ধ উত্তৰ আঙুলিয়াই দিয়া—

(ক) ৰাষ্ট্ৰপতিৰ অনুপস্থিতিত ৰাজ্যপালে সেই পদত কাৰ্য্যনিৰ্বাহ কৰিবলৈ আবেদন কৰিব পাৰে ☐

(খ) ৰাজ্যপালৰ আগতীয়া অনুমতি নোলোৱাকৈ বিধান সভাত অৰ্থবিল উত্থাপিত কৰিব নোৱাৰে ☐

(গ) ৰাজ্যপালে ৰাজ্যৰ মুখ্যমন্ত্ৰীক নিযুক্তি দিয়ে ☐

(ঘ) বিধান সভাৰ অধিবেশন নাথাকিলে ৰাজ্যপালে অধ্যাদেশ জাৰি কৰে ☐

১৪। এজন ৰাজ্যপালক আন এখন ৰাজ্যৰ ৰাজ্যপাল হিচাবেও নিযুক্ত কৰিব পাৰি নে ?
   (ক) পাৰি ☐
   (খ) নোৱাৰি ☐
   (গ) প্ৰশ্নই নুঠে ☐
   (ঘ) উক্ত এটাও নহয় ☐

১৫। ৰাজ্যপালৰ কাৰ্য্যকাল কিমান বছৰীয়া ?
   (ক) দহ বছৰ ☐
   (খ) সাত বছৰ ☐
   (গ) ছয় বছৰ ☐
   (ঘ) পাঁচ বছৰ ☐

১৬। কি পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত ৰাজপালে ৰাজ্যত ৰাষ্ট্ৰপতি শাসন প্ৰৰ্বতন কৰিবলৈ অনুমোদন জনায় ?
   (ক) যেতিয়া কেন্দ্ৰত শাসক দলৰ পতন ঘটে ☐
   (খ) যেতিয়া ৰাজ্যিক মন্ত্ৰী পৰিষদে ৰাজ্য পালৰ পৰামৰ্শ নামানে ☐
   (গ) যেতিয়া ৰাজ্য চৰকাৰ সাংবিধানিক সংকটৰ সন্মুখীন হয় ☐
   (খ) যেতিয়া বিশ্বযুদ্ধ আৰম্ভ হয় ☐

১৭। সংবিধানৰ ব্যৱস্থা অনুসৰি কোনবিলাক বিষয়ৰ ওপৰত ৰাজ্যপালে অধ্যাদেশ জাৰি কৰিব পাৰে ?
   (ক) যিবিলাক বিষয় সমবৰ্তী তালিকাৰ অন্তৰ্ভুক্ত ☐
   (খ) যিবিলাক বিষয় কেন্দ্ৰীয় তালিকাৰ অন্তৰ্ভুক্ত ☐
   (গ) যিবিলাক বিষয়য় ওপৰত ৰাজ্য চৰকাৰে আইন প্ৰণয়ন কৰিব পাৰে ☐
   (ঘ) উক্ত এটাও নহয় ☐

## দ্বাদশ অধ্যায়

## ॥ ৰাজিক্য মন্ত্ৰী পৰিষদ ॥
### [ মুখ্যমন্ত্ৰী আৰু মন্ত্ৰী পৰিষদ ]

১। ৰাজ্যিক মন্ত্ৰী পৰিষদৰ মুৰব্বী কোন ?

(ক) প্ৰধানমন্ত্ৰী ☐

(খ) ৰাজ্যপাল ☐

(গ) মুখ্যমন্ত্ৰী ☐

(ঘ) গৃহমন্ত্ৰী ☐

২। ৰাজিক্য মুখ্যমন্ত্ৰীক কোনে নিযুক্তি দিয়ে ?

(ক) ৰাজ্যপাল ☐

(খ) প্ৰধানমন্ত্ৰী ☐

(গ) ৰাষ্ট্ৰপতি ☐

(ঘ) উপৰাষ্ট্ৰপতি ☐

৩। ৰাজ্যিক মন্ত্ৰী পৰিষদৰ অন্যান্য মন্ত্ৰী সকলক কোনে কেনেকৈ নিযুক্তি দিয়ে ?

(ক) ৰাজ্যপালে স্ববিবেচনা ক্ৰমে ☐

(খ) প্ৰধানমন্ত্ৰীয়ে নিজে ☐

(গ) মুখ্যমন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে বিধান সভাৰ অধ্যক্ষই ☐

(ঘ) মুখ্যমন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে ৰাজ্যপালে ☐

৪। ৰাজ্যিক মন্ত্ৰী পৰিষদৰ সদস্য সকলে কাৰ সন্তুষ্টি কাললৈ নিজৰ পদত থ কব পাৰে ?

(ক) প্ৰধান মন্ত্ৰী ☐

(খ) ৰাষ্ট্ৰপতি ☐

(গ) বিধান সভাৰ অধ্যক্ষ ☐

(ঘ) ৰাজ্যপাল ☐

৫। ৰাজ্যিক মন্ত্ৰী পৰিষদখন সমূহীয়াকৈ কাৰ ওচৰত জগৰীয়া থাকে ?

(ক) ৰাজ্যিক বিধান সভাত ☐

(খ) ৰাজ্যিক বিধান পৰিষদত ☐

(গ) ৰাজ্যিক উচ্চ ন্যায়ালয়ত ☐

(ঘ) ৰাজ্যপালৰ ওচৰত ☐

৬। ৰাজ্যিক মন্ত্ৰী সকলক কাৰ্য্যভাৰ আৰু গোপনীয়তাৰ শপত-গ্ৰহণ কোনে কৰোৱায় ?

(ক) ৰাজ্যপালে ☐

(খ) প্ৰধানমন্ত্ৰীয়ে ☐

(গ) ৰাষ্ট্ৰপতিয়ে ☐

(ঘ) উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশে ☐

৭। ৰাজ্যিক বিধান সভা বা বিধান পৰিষদৰ সদস্য নোহোৱাকৈ এজন ব্যক্তিয়ে কিমান দিনলৈকে মন্ত্ৰী পদত থাকিব পাৰে ?

(ক) এমাহলৈ ☐

(খ) দুমাহলৈ ☐

(গ) চাৰিমাহলৈ ☐

(ঘ) ছমাহলৈ ☐

৮। শুদ্ধ উত্তৰ বাছা—

(ক) মুখ্যমন্ত্ৰী সাধাৰণতে ৰাজ্যিক বিধান পৰিষদৰ পৰা হ'ব লাগে ☐

(খ) মুখ্যমন্ত্ৰী সাধাৰণতে ৰাজ্যিক বিধান সভাৰ পৰা হ'ব লাগে ☐

(গ) মুখ্যমন্ত্ৰী ৰাজ্যসভাৰ পৰা হ'ব লাগে ☐

(ঘ) মুখ্যমন্ত্ৰী লোকসভাৰ পৰা হ'ব লাগে ☐

৯। ৰাজ্যিক মন্ত্ৰী সকলৰ দপ্তৰ সমূহ কোনে বণ্টন কৰে ?

(ক) দলৰ মুখ্য সচেতকে ☐

(খ) ৰাজ্যৰ মহাধিবক্তাই ☐

(গ) গৃহমন্ত্ৰীয়ে ☐

(ঘ) মুখ্যমন্ত্ৰীৰ অনুমোদন সাপেক্ষে ৰাজ্যপালে ☐

১০। মুখ্যমন্ত্ৰীৰ পৰামৰ্শ ক্ৰমে ৰাজ্যপালে মন্ত্ৰীক বৰ্খাস্ত কৰিব পাৰেনে নোৱাৰে ?

(ক) পাৰে ☐

(খ) নোৱাৰে ☐

(গ) প্ৰশ্নই নুঠে ☐

(ঘ) উক্ত এটাও নহয় ☐

১১। ৰাজ্যিক কেবিনেট মন্ত্ৰী সভাত কোনে সভাপতিত্ব কৰে ?

(ক) মুখ্যমন্ত্ৰী ☐

(খ) ৰাজ্যপাল ☐

(গ) বিধান সভাৰ অধ্যক্ষ ☐

(ঘ) ৰাজ্যিক আইন মন্ত্ৰী ☐

**১২। শুদ্ধ উত্তৰ বিচাৰ কৰা—**

(ক) গৃহমন্ত্ৰীয়ে ৰাজ্যিক কেবিনেট মন্ত্ৰীসভাত সভাপতিত্ব কৰে ☐

(খ) মুখ্যমন্ত্ৰীৰ আস্থা হেৰোৱা মন্ত্ৰীক পদত্যাগ দাখিল কৰিবলৈ কোৱা হ'ব পাৰে ☐

(গ) বিধান সভাৰ অধ্যক্ষৰ অনুমতি সাপেক্ষে ৰাজ্যপালে কোনো মন্ত্ৰীক বৰ্খাস্ত কৰিব পাৰে ☐

(ঘ) ৰাজ্যপালে স্ববিবেচনাক্ৰমে মন্ত্ৰী নিযুক্তি দিব পাৰে ☐

**১৩। নিম্নোক্ত কাৰ্য্যৱলীৰ কোনটো কাৰ্য্য মুখ্যমন্ত্ৰীৰ কাৰ্য্য নহয় ?**

(ক) মুখ্যমন্ত্ৰীয়ে ৰাজ্যপালক পৰামৰ্শ আগবঢ়ায় ☐

(খ) মুখ্যমন্ত্ৰীয়ে তেওঁৰ মন্ত্ৰী পৰিষদৰ অন্যান্য সদস্যৰ নাম অণুমোদন কৰে ☐

(গ) মুখ্যমন্ত্ৰীয়ে ৰাজ্যিক উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশক নিযুক্তি দিব লাগে ☐

(ঘ) মুখ্যমন্ত্ৰীয়ে ৰাজ্য প্ৰশাসনৰ কামকাজ আদিৰ বিষয়ে মন্ত্ৰী-পৰিষদৰ সিদ্ধান্ত সমূহ ৰাজ্যপালক জনাব লাগে ☐

**১৪। অশুদ্ধ উত্তৰ আঙুলিয়াই দিয়া—**

(ক) মুখ্যমন্ত্ৰীয়ে কেবিনেট মন্ত্ৰীসভাত সভাপতিত্ব কৰে ☐

(খ) মুখ্যমন্ত্ৰীয়ে নিজে বিধান সভা ভঙ্গ কৰিব পাৰে ☐

(গ) মুখ্যমন্ত্ৰীয়ে সতীর্থ মন্ত্ৰীক পদত্যাগ দাখিল কৰিবলৈ কব পাৰে ☐

(ঘ) মুখ্যমন্ত্ৰীয়ে সতীর্থ মন্ত্ৰী সকলৰ মাজত কাম কাজ বিতৰণ কৰে ☐

---

## ত্ৰয়োদশ অধ্যায় ॥ ৰাজ্যিক বিধান মণ্ডল ॥
[ বিধান সভা আৰু বিধান পৰিষদ ]

---

১। ৰাজ্যিক বিধান পালিকা বুলিলে কাক বুজায় ?

(ক) কেৱল বিধান পৰিষদক ☐

(খ) কেৱল বিধান সভাক ☐

(গ) মুখ্যমন্ত্ৰী প্ৰমুখ্যে মন্ত্ৰী পৰিষদক ☐

(ঘ) ৰাজ্যপাল সমন্বিতে আইন সভাৰ এটা কিম্বা দুয়োটা সদনক ☐

২। ৰাজ্যিক বিধান মণ্ডল কেইটা সদনৰে গঠিত ?

(ক) কোনো ৰাজ্যত এটাৰে ; কোনো ৰাজ্যত দুয়োটা সদনৰে ☐

(খ) সকলো ৰাজ্যত এটাৰে ☐

(গ) সকলো ৰাজ্যত দুটাৰে ☐

(ঘ) উক্ত এটাও নহয় ☐

৩। ৰাজ্যিক বিধান মণ্ডলৰ নিম্ন সদনক কি বোলা হয় ?

(ক) বিধান সভা ☐

(খ) বিধান পৰিষদ ☐

(গ) লোক সভা ☐

(ঘ) ৰাজ্য সভা ☐

৪। ৰাজ্যিক বিধান মণ্ডলৰ উচ্চ সদনক কি বোলা হয় ?

(ক) বিধান সভা ☐

(খ) বিধান পৰিষদ ☐

(গ) লোক সভা ]

(ঘ) ৰাজ্য সভা ☐

৫। ৰাজ্যিক বিধান সভাত অধিকতম কিমান সদস্য থাকিব পাৰে ?

(ক) ৩০০ জন ☐

(খ) ৪০০ জন ☐

(গ) ৫০০ জন ☐

(ঘ) ৬০০ জন ☐

৬। ৰাজ্যিক বিধান সভা নূন্যতম কিমান সদস্যক লৈ গঠিত হব পাৰে ?

(ক) ৪০ জন ☐

(খ) ৫০ জন ☐

(গ) ৬০ জন ☐

(ঘ) ৭০ জন ☐

৭। ৰাজ্যিক বিধান সভালৈ সদস্য কেনেদৰে নিৰ্বাচিত হয় ?

(ক) পৰোক্ষ্য নিৰ্ব্বাচনৰ দ্বাৰা ☐
(খ) সমষ্টি সমূহৰ পৰা প্ৰত্যক্ষ্য নিৰ্ব্বাচনৰ দ্বাৰা ☐
(গ) শিক্ষিত ভোটাৰৰ দ্বাৰা ☐
(ঘ) বিধান পৰিষদৰে গঠিত নিৰ্ব্বাচক মণ্ডলীৰ নিৰ্ব্বাচন দ্বাৰা ☐

৮। ৰাজ্যিক বিধান সভাৰ কাৰ্যকাল কেইবছৰীয়া ?
(ক) তিনি বছৰীয়া ☐
(খ) চাৰি বছৰীয়া ☐
(গ) পাঁচ বছৰীয়া ☐
(ঘ) ছয় বছৰীয়া ☐

৯। ৰাজ্যিক বিধান সভাৰ কাৰ্য্যকাল কেতিয়া আৰু কিমান দিনলৈ বঢ়াই দিব পাৰি ?
(ক) নতুন নিৰ্বাচন সম্ভৱ নহলে ছমাহলৈ ☐
(খ) মুখ্য ন্যায়াধীশে নিৰ্দেশ দিলে এবছৰলৈ ☐
(গ) জৰুৰীকালীন অৱস্থাত সংসদে আইন যোগে এবাৰত এবছৰলৈ ☐
(ঘ) উক্ত এটাও নহয় ☐

১০। ৰাজ্যিক বিধান পৰিষদৰ কাৰ্য্যকাল কেইবছৰীয়া ?
(ক) পাঁচ বছৰীয়া ☐
(খ) ছয় বছৰীয়া ☐
(গ) সাত বছৰীয়া ☐
(ঘ) চাৰি বছৰীয়া ☐

১১। নিম্নোক্ত কোনটো অৰ্হতা ৰাজ্যিক বিধান সভাৰ সদস্য পদৰ বাবে অৰ্হতা নহয় ?

(ক) প্ৰাৰ্থী ভাৰতীয় নাগৰিক হব লাগিব ☐

(খ) প্ৰাৰ্থী ২৫ বছৰৰ কম হব নালাগিব ☐

(গ) প্ৰাৰ্থী কমেও স্নাতক হব লাগিব ☐

(ঘ) প্ৰাৰ্থীয়ে চৰকাৰৰ অধীনত লাভজনক পদত নিয়োজিত থাকিব নালাগিব ☐

১২। ৰাজ্যিক বিধান সভাত কোনে সভাপতিত্ব কৰে ?

(ক) মুখ্যমন্ত্ৰী ☐

(খ) ৰাজ্যপাল ☐

(গ) অধ্যক্ষ ☐

(ঘ) গৃহমন্ত্ৰী ☐

১৩। ৰাজ্যিক বিধান পৰিষদত কোনে সভাপতিত্ব কৰে ?

(ক) মুখ্যমন্ত্ৰী ☐

(খ) ৰাজ্যপাল ☐

(গ) অধ্যক্ষ ☐

(ঘ) চেয়াৰমেন ☐

১৪। বিধান সভাৰ ক্ষমতা সম্পৰ্কত নিম্নোক্ত কোনটো ক্ষমতা শুদ্ধ নহয় বাছি উলিওৱা—

(ক) বিধান সভাই ৰাষ্ট্ৰপতি নিৰ্বাচনত ভাগ লব পাৰে ☐

(খ) বিধান সভাই অনাস্থা ভোটেৰে মন্ত্ৰী পৰিষদক বৰ্খাস্ত কৰিব পাৰে ☐

(গ) সকলো বিলাক অৰ্থবিল বিধান সভাতে প্ৰথমে

উত্থাপিত হ'ব লাগিব ☐

(ঘ) বিধান সভাই তাৰ'ৰ মুখ্য ন্যায়াধীশৰ বিৰুদ্ধে মহাভিযোগৰ প্ৰস্তাৱত ভোট দিব পাৰে ☐

**১৫। যেতিয়া এখন অৰ্থবিল বিধান সভাই গৃহীত কৰি বিধান পৰিষদৰ অনুমোদনৰ বাবে পঠায়, তেতিয়া বিধান পৰিষদে সেই বিল প্ৰাপ্তিৰ পৰা কিমান দিনৰ ভিতৰত বিলখন ঘূৰাই পঠাব লাগে ?**

(ক) দহ দিন ☐

(খ) বাৰ দিন ☐

(গ) চৈধ্য দিন ☐

(ঘ) ত্ৰিশ দিন ☐

**১৬। যেতিয়া বিধান সভাত গৃহীত অৰ্থবিল বিধান পৰিষদে চৈধ্য দিনৰ ভিতৰত ঘূৰাই নিদিয়ে, তেতিয়া বিলখন কি বুলি ধৰা হয় ?**

(ক) মৃত বুলি ধৰা হয় ☐

(খ) নাকচ কৰা বুলি ধৰা হয় ☐

(গ) বিধান সভাই পুনৰ বিবেচনা কৰিব লাগে বুলি ধৰা হয় ☐

(ঘ) দুয়োটা সদনৰ দ্বাৰা গৃহীত বুলি ধৰা হয় ☐

**১৭। সংসদে বিধান পৰিষদ নথকা ৰাজ্যত বিধান পৰিষদ স্থাপন আৰু বিধান পৰিষদ থকা ৰাজ্যত বিধান পৰিষদ বিলোপকৰণ কৰিব পাৰেনে নোৱাৰে ?**

(ক) নোৱাৰে ☐

(খ) সংসদে আইন যোগে পাৰে ☐

(গ) মুখ্যমন্ত্ৰীৰ অনুমোদন সাপেক্ষ পাৰে ☐

(ঘ) ৰাজ্যপালৰ অনুমোদন সাপেক্ষে পাৰে ☐

১৮। ৰাজ্যত বিধান পৰিষদ স্থাপন বা বিলোপসাধনৰ অৰ্থে ৰাজ্যিক বিধান সভাই কেনে প্ৰস্তাৱ গ্ৰহণ কৰে?

(ক) বিধান সভাই মুঠ সদস্যৰ সংখ্যাগৰিষ্ঠতাৰ দ্বাৰা আৰু সভাত উপস্থিত থকা তথা ভোটদান কৰা সদস্যৰ দুই-তৃতীয়াংশ ভোটৰ দ্বাৰা এই মৰ্মে প্ৰস্তাৱ গৃহীত কৰে ☐

(খ) বিধান সভাই উপস্থিত সদস্যৰ সাধাৰণ সংখ্যা গৰিষ্ঠতাৰে এই মৰ্মে ভোট গ্ৰহণ কৰে ☐

(গ) বিধান সভাই এক-চতুৰ্থাংশ ভোটেৰে এই মৰ্মে প্ৰস্তাৱ গ্ৰহণ কৰে ☐

(ঘ) উক্ত এটাও নহয় ☐

১৯। ৰাজ্যিক বিধান পৰিষদৰ সদস্য সংখ্যা মুঠ কিমান জনলৈকে হ'ব লাগে?

(ক) দুশজনতকৈ অধিক হ'ব নালাগে ☐

(খ) সেই ৰাজ্যৰ বিধান সভাৰ আধাতকৈ অধিক হ'ব নালাগে ☐

(গ) সেই ৰাজ্যৰ বিধান সভাৰ মুঠ সদস্যৰ এক-তৃতীয়াংশতকৈ অধিক হ'ব নালাগিব ☐

(ঘ) উক্ত এটাও নহয় ☐

২০। ৰাজ্যিক বিধান পৰিষদৰ মুঠ সদস্য সংখ্যা কমেও কিমান জন হব লাগে ?

(ক) ৩০ জন ☐

(খ) ৪০ জন ☐

(গ) ৫০ জন ☐

(ঘ) ৬০ জন ☐

২১। সংবিধানৰ ১৭১ অনুচ্ছেদ অনুসৰি হোৱা ৰাজ্যিক বিধান পৰিষদৰ সদস্য নিৰ্বাচন সংক্ৰান্তত নিম্নোক্ত কোনটো কথা অশুদ্ধ আঙুলিয়াই দিয়া—

(ক) পৰিষদৰ প্ৰায় এক-তৃতীয়াংশ সদস্য পৌৰসভাৰ দৰে স্বায়ত্ত শাসিত নিকায় সমূহে নিৰ্বাচন কৰে ☐

(খ) পৰিষদৰ প্ৰায় এক-দ্বাদশাংশ সদস্যক তিনি বছৰীয়া পুৰণি বিশ্ববিদ্যালয়ৰ স্নাতক ডিগ্ৰীধাৰী সকলে নিৰ্বাচন কৰে ☐

(গ) পৰিষদৰ প্ৰায় এক-তৃতীয়াংশ সদস্যক ৰাজ্যিক বিধান সভাৰ সদস্যই অনা সদস্যৰ মাজৰ পৰা নিৰ্বাচন কৰে ☐

(ঘ) পৰিষদৰ প্ৰায় এক-দ্বাদশাংশ সদস্যক চৰকাৰী চাকৰিয়ালে তেওঁলোকৰ মাজৰ পৰা নিৰ্বাচন কৰে ☐

২২। ৰাজ্যপালে কেনে ব্যক্তিক ৰাজ্যিক বিধান পৰিষদলৈ সদস্য ৰূপে মনোনীত কৰিব পাৰে ?

(ক) যি সকল ৰাজ্যধনৰ ধৰ্মীয় নেতা ☐

(খ) যি সকল ৰাজ্যখনৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ☐

(গ) যি সকল ভাৰতীয় স্বাধীনতা আন্দোলনৰ মুক্তি-যুজাঁৰু ☐

(ঘ) যি সকল সাহিত্য, বিজ্ঞান, কলা সমবায় আন্দোলন তথা সমাজ-সেৱাত বিশেষ জ্ঞান বিশিষ্ট কিম্বা অভিজ্ঞতা পুষ্ট ☐

২৩। অশুদ্ধ উত্তৰ বাছি উলিওৱা

(ক) কোনো ব্যক্তিয়ে একেলগে বিধান সভা আৰু বিধান পৰিষদৰ সদস্য হ'ব নোৱাৰে ☐

(খ) বিধান পৰিষদৰ মুঠ সদস্য সংখ্যা সেই ৰাজ্যৰ বিধান সভাৰ মুঠ সদস্যৰ এক-তৃতীয়াংশতকৈ অধিক হ'ব নালাগে ☐

(গ) বিধান পৰিষদৰ প্ৰায় এক-তৃতীয়াংশ সদস্যক পৌৰ সভাৰ দৰে স্থানীয় স্বায়ত্ব শাসিত নিকায় সমূহ নিৰ্বাচন কৰে ☐

(ঘ) ৰাজ্যিক বিধান পৰিষদ মুঠ সদস্য সংখ্যা কমেও ৩০ জন হ'ব লাগে ☐

২৪। বিধান পৰিষদে ৰাজ্যিক মন্ত্ৰী পৰিষদক অনাস্থা ভোটৰ দাৰা অপসাৰণ কৰিব পাৰে নে নোৱাৰে ?

(ক) পাৰে ☐

(খ) নোৱাৰে ☐

(গ) আংশিক ভাবে পাৰে ☐

(ঘ) উক্ত এটাও নহয় ☐

২৫। ৰাজ্যিক বিধান পালিকাৰ সদস্যই সদনত দিয়া ভাষণ কিম্বা ভোটৰ বাবে তেওঁৰ বিৰুদ্ধে ন্যায়ালয়ত গোচৰ তৰিব পাৰি নেকি ?

(ক) পাৰি ☐

(খ) নোৱাৰি ☐

(গ) আংশিক ভাবে পাৰি ☐

(ঘ) উক্ত এটাও নহয় ☐

---

## চতুৰ্দশ অধ্যায় ॥ ॥ ৰাজ্যিক ন্যায় পালিকা ॥

[ উচ্চ ন্যায়ালয় আৰু জিলা আদালত ]

---

১। সংবিধানৰ কোনটো অনুচ্ছেদে ৰাজ্যৰ বাবে উচ্চ ন্যায়ালয়ৰ ব্যৱস্থা কৰিছে ?

(ক) অনুচ্ছেদ ২১১ ☐

(খ) অনুচ্ছেদ ২১২ ☐

(গ) অনুচ্ছেদ ২১৩ ☐

(ঘ) অনুচ্ছেদ ২১৪ ☐

২। ৰাজ্যত শীৰ্ষতম ন্যায়ালয় বুলিলে কাক বুজায় ?

(ক) উচ্চতম ন্যায়ালয় ☐

(খ) উচ্চ ন্যায়ালয় ☐

(গ) চেছন ন্যায়াধীশৰ আদালত ☐

(ঘ) মুন্সিফ আদালত ☐

৩। উচ্চ ন্যায়ালয় কেইজন ন্যায়াধীশৰ দ্বাৰা গঠিত হয় ?

(ক) এজন মুখ্য ন্যায়াধীশকে ধৰি ৰাষ্ট্ৰপতিয়ে সময়ে সময়ে আৱশ্যক অনুসৰি নিযুক্তি দিয়া অন্যান্য ন্যায়াধীশক লৈ গঠিত হয় ☐

(খ) মুখ্য ন্যায়াধীশকে ধৰি ৰাজ্যৰ প্ৰতিজন জিলা ন্যায়াধীশকে লৈ গঠিত হয় ☐

(গ) মুখ্য ন্যায়াধীশক ধৰি আন দহজন ন্যায়াধীশৰে গঠিত ☐

(ঘ) মুখ্য ন্যায়াধীশক নধৰি মুঠ পোন্ধৰ জন ন্যায়াধীশৰ দ্বাৰা গঠিত। ☐

৪। উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ সকলক কোনে নিযুক্ত দিয়ে ?

(ক) ৰাজ্যপালে ☐

(খ) ৰাষ্ট্ৰপতিয়ে ☐

(গ) উপৰাষ্ট্ৰপতিয়ে ☐

(ঘ) মুখ্যমন্ত্ৰীয়ে ☐

৫। উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশে কাক লিখি পদত্যাগ কৰিব লাগে ?

(ক ৰাজ্যপাল ☐

(খ) মুখ্যমন্ত্ৰী ☐

(গ) ৰাষ্ট্ৰপতি ☐

(ঘ) প্ৰধানমন্ত্ৰী ☐

৬। উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ সকলে কিমান বছৰ বয়সত অৱসৰ গ্ৰহণ কৰে?

(ক) ৫২ বছৰ ☐

(খ) ৫৬ বছৰ ☐

(গ) ৫৮ বছৰ ☐

(ঘ) ৬১ বছৰ ☐

৭। উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ সকলক কোনে কাৰ্যভাৰৰ শপত গ্ৰহণ কৰোৱায়?

(ক) ৰাজ্যপাল ☐

(খ) মুখ্যমন্ত্ৰী ☐

(গ) ৰাষ্ট্ৰপতি ☐

(ঘ) প্ৰধানমন্ত্ৰী ☐

৮। উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশৰ বাবে নিম্নোক্ত কোনটো অৰ্হতাৰ প্ৰয়োজন নাই?

(ক) তেওঁ ভাৰতীয় নাগৰিক হব লাগিব ☐

(খ) তেওঁ কমেও দহবছৰ ভাৰতত কোনো ন্যায়িক পদত অধিষ্ঠিত থকা হব লাগিব ☐

(গ) তেওঁ কমেও দহবছৰ কোনো উচ্চ ন্যায়ালয়ৰ অধিবক্তা হব লাগিব ☐

(ঘ) তেওঁ ভাৰতৰ এজন আইনবিদ বুলি খ্যাতি থকা ব্যক্তি হব লাগিব ☐

৯। উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশে কিমান দৰমহা পায় ?

(ক) মাহিলি ৩.০০০ টকা ☐

(খ) মাহিলি ৫.৫০০ টকা ☐

(গ) মাহিলি ৪.০০০ টকা ☐

(ঘ) মাহিলি ৩.৫০০ টকা ☐

১০। উচ্চ ন্যায়ালয়ৰ অন্যান্য ন্যায়াধীশে কিমান দৰমহা পায় ?

(ক) মাহিলি ২.০০০ টকা ☐

(খ) মাহিলি ২.৫০০ টকা ☐

(গ) মাহিলী ৩.০০০ টকা ☐

(ঘ) মাহিলি ৩.৫০০ টকা ☐

১১। উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ সকলৰ দৰমহা ৰাষ্ট্ৰপতিয়ে হ্ৰাস কৰিবলৈ কেনে পৰিস্থিতিত কৰ্তৃত্ব পায় ?

(ক) ৰাষ্ট্ৰপতিৰ শাসন কালত। ☐

(খ) বিত্তীয় জৰুৰী অবস্থাৰ সময় হোৱাত ☐

(গ) অন্তঃদেশীয় জৰুৰী অবস্থাত ☐

(ঘ) বহিঃ দেশীয় জৰুৰী অবস্থাত ☐

১২। উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশে অৱসৰ গ্ৰহণৰ পাচত কোনো ন্যায়ালয়ত ওকালতি কৰিব পাৰেনে ?

(ক) কৰিব নোৱাৰে

(খ) ন্যায়াধীশ হিচাবে নথকা ন্যায়ালয়ত অৱসৰৰ পাঁচ বছৰৰ পাচত কৰিব পাৰে ☐

(গ) কেৱল উচ্চতম ন্যায়ালয়ত কৰিব পাৰে ☐

(ঘ) উচ্চতম ন্যায়ালয় আৰু ন্যায়াধীশ হিচাবে থকা ন্যায়ালয়ৰ বাহিৰে আন উচ্চ ন্যায়ালয়ত কৰিব পাৰে ☐

১৩। এখন উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশক অন্য এখন উচ্চ ন্যায়ালয়লৈ বদলি কৰিব পাৰে নে নোৱাৰে ?

(ক) নোৱাৰে ☐

(খ) ভাৰতৰ মুখ্য ন্যায়াধীশৰ সৈতে পৰামৰ্শ কৰি ৰাষ্ট্ৰপতিয়ে পাৰে ☐

(গ) প্ৰধান মন্ত্ৰীয়ে স্ববিবেচনাক্ৰমে পাৰে ☐

(ঘ) ৰাজ্যসভাই অনুমোদন কৰিলে উপৰাষ্ট্ৰপতিয়ে পাৰে ☐

১৪। নিম্নোক্ত কোনটো ক্ষমতা উচ্চ ন্যায়ালয়ৰ ক্ষেত্ৰাধিকাৰৰ ভিতৰত নপৰে দেখুৱাই দিয়া—

(ক) উচ্চ ন্যায়ালয়ে নিম্নাধীন আদালতৰ ওপৰত চকু দিয়ে

(খ) উচ্চ ন্যায়ালয়ে নিজ ক্ষেত্ৰাধিকাৰত ৰিট জাৰি কৰিব পাৰে ☐

(গ) উচ্চ ন্যায়ালয়ে নিম্নাধীন আদালতৰ পৰা আপীল গ্ৰহণ কৰে ☐

(ঘ) উচ্চ ন্যায়ালয়ে ভাৰতৰ মুখ্য ন্যায়াধীশৰ নিযুক্তিত উদ্ভৱ হোৱা বিবাদ নিষ্পত্তি কৰে ☐

**১৫। সংসদৰ অনুমোদন সাপেক্ষে ৰাষ্ট্ৰপতিয়ে কি কাৰণত উচ্চ ন্যায়ালয়ৰ এজন ন্যায়াধীশক পদৰ পৰা অপসাৰণ কৰিব পাৰে ?**

(ক) সংবিধান ভঙ্গৰ হেতু ☐

(খ) প্ৰমাণীত অশিষ্টাচাৰ কিম্বা অসামৰ্থভাব হেতু ☐

(গ) একেৰাহে এমাহ সময় ন্যায়ালয়ত উপস্থিত নথকাৰ হেতু ☐

(ঘ) মুখ্যমন্ত্ৰীক মানি নচলাৰ হেতু ☐

**১৬। উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ অনুপস্থিত থাকিলে অথবা সেই পদ খালি থাকিলে কোনে সেই পদত অস্থায়ী কাৰ্য্যনিৰ্বাহ কৰে ?**

(ক) উচ্চ ন্যায়ালয়ৰ জ্যেষ্ঠ ন্যায়াধীশে ☐

(খ) ৰাজ্যৰ জ্যেষ্ঠ জিলা আৰু চেছন ন্যায়াধীশে ☐

(গ) ৰাষ্ট্ৰপতিয়ে সেই উদ্দেশ্যে নিযুক্ত কৰি দিয়া একে উচ্চ ন্যায়ালয়ৰ আন এজন ন্যায়াধীশে ☐

(ঘ) ৰাজ্যপালে মনোনীত কৰা ৰাজ্যৰ বিশ্ববিদ্যালয়ৰ কোনো আইন অধ্যাপকে ☐

**১৭। ৰাষ্ট্ৰপতিয়ে কেতিয়া অতিৰিক্ত আৰু অস্থায়ী ন্যায়াধীশ নিযুক্ত কৰিব পাৰে ?**

(ক) যেতিয়া প্ৰধানমন্ত্ৰীয়ে অনুৰোধ কৰে ☐

(খ) যেতিয়া দেশত জৰুৰী অৱস্থা ঘোষিত হয় ☐

(গ) যেতিয়া এখন উচ্চ ন্যায়ালয়ে নিষ্পত্তি কৰিব নোৱাৰা গোচৰ সমূহ অন্য এখন উচ্চ ন্যায়ালয়লৈ হস্তান্তৰ কৰে ☐

